

হাজোৰ মণিকূট পৰ্ব্বতৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰ



কোচ বিহাৰৰ পৰা ৺গোবিন্দদেৱ গোস্বামীয়ে আনি পাতুলা
দামোদৰ থানত প্ৰতিষ্ঠা কৰা দেৱ দামোদৰ গুৰুৰ পাদুকা।



পাচবাউসী থানত ১৬৬১ শকত স্বৰ্গদেউ ৺প্ৰমত্ত সিংহৰ দ্বাৰা নিৰ্ম্মিত দেৱ দামোদৰ গুৰুৰ প্ৰাচীন মঠৰ ভগ্নাৱশেষ



কোচ বিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ বৈকুণ্ঠ নাথ বিগ্ৰহৰ মূৰ্ত্তি

# দেৱ দামোদৰ গুৰু

"শ্ৰীমদ্দামোদৰং দেৱং বিপ্ৰৰূপিণমীশ্বৰম্ ।
নমামি সততং বন্ধুং দয়াসিন্ধুং সুধাকৰম্ ॥"
—কথাভক্তি-ৰত্নাৱলী ।

সংগ্ৰাহক—শ্ৰীসোণাপতি দেৱ শৰ্ম্মা

শ্ৰীনৰনাৰায়ণ দেৱ গোস্বামীৰ দ্বাৰা
সম্পাদিত আৰু প্ৰকাশিত
মণিপুৰী বস্তি, গুৱাহাটী—৮ ।

যুটীয়া সম্পাদক, "দেৱ দামোদৰ গুৰু পুথি প্ৰকাশন সমিতি"

১। শ্ৰীখগেন্দ্ৰ নাথ পাঠক
পোঃ আঃ পাটবাউসী সত্ৰ (বৰপেটা)

২। শ্ৰীৰমাকান্ত তালুকদাৰ বি, এ,
পোঃ আঃ পাঠশালা,
সাং মুণ্ডৰীয়া ( বৰপেটা )

# পুথি পোৱাৰ ঠিকনা

১। শ্ৰীখগেন্দ্ৰনাথ পাঠক, পাটবাসী সত্ৰ পোঃ অঃ পাটবাউসী
(বৰপেটা)

২। বাণীপ্ৰকাশ মন্দিৰ, পানবজাৰ, গুৱাহাটী—১

৩। বৈশ্য এজেঞ্চী, গুৱালকুছি, পোঃ আঃ গুৱালকুছি ।

৪। লয়ার্চ বুক ষ্টল, পানবজাৰ, গুৱাহাটী—১

৫। অসম প্ৰকাশনী, পানবজাৰ, গুৱাহাটী—১

৬ লক্ষ্মী বুক ষ্টল, চান্দমাৰী, গুৱাহাটী—২১

৭। শৰ্ম্মা বুক হাউস, পানবজাৰ, গুৱাহাটী—১

৮। পালষ্টোৰচ, আঠগাওঁ, গুৱাহাটী—১

৯। নিউ বুল ষ্টল, পানবজাৰ, গুৱাহাটী—১

১০। দত্তবৰুৱা এণ্ড চন্স, কলেজ হোষ্টেল ৰোড, গুৱাঃ—১

১১। বাসনা ষ্টোৰ্চ, পানবজাৰ, গুৱাহাটী—১

১২। কামৰূপ বুক কৰ্ণাৰ, পল্টন বজাৰ এ,টি, ৰোড, গুৱাঃ ।

১৩। চিটি লাইব্ৰেৰী, পানবজাৰ, গুৱাহাটী—১

১৪। বাণী প্ৰকাশ, পোঃ আঃ পাঠশালা, পাঠশালা বজাৰ ।

১৫। ছাত্ৰ ভাণ্ডাৰ, পোঃ আঃ (ৰেইলৱে ষ্টেচন) আমগুৰি,
শিৱসাগৰ ।

১ম সংস্কৰণ—১৩৭৫ চন ।

মূল্য—পকাবন্ধা—১০.০০
কেচাঁবন্ধা—৬.০০

মুদ্ৰাকৰ—অসম সমবায় প্ৰেছ, গুৱাহাটী—৭

# সূচী-পত্ৰ

## ভূমিকা



## মূলগ্ৰন্থ



## পৰিশিষ্ট



## উপলব্ধি

# কৃতজ্ঞতা স্বীকাৰ


এই গ্ৰন্থখন প্ৰকাশ কৰাত তলত নাম দিয়া ধৰ্ম্মপ্ৰাণ আৰু মহানুভৱ ভদ্ৰ মহোদয় সকলৰ পৰা কিছু সহায় আৰু সহযোগ পোৱা হৈছে। সেইবাবে তেখেত সকলক কৃতজ্ঞতা জনোৱা হ'ল আৰু লগতে তেখেত সকলৰ সৰ্ব্বোত প্ৰকাৰ মঙ্গল কামনা কৰিলোঁ।

১। শ্ৰীওঁমপ্ৰকাশ আনন্দ, পণ্টন বজাৰ, গুৱাহাটী।

২। শ্ৰীবিশ্বনাথ ঘোযাল, গোপীনগৰ, গুৱাহাটী।

৩। শ্ৰীসুৰেন দাস; কেদাৰ ৰোড, গুৱাহাটী।

৪। ডাঃ নাৰায়ণ দাস, ছাত্ৰীবাৰী, গুৱাহাটী।

৫। শ্ৰীগোপাল বাগৰীয়া, বৰপেটা ৰোড।

৬। এয়াৰ ট্ৰেন্সপৰ্ট কৰপোৰেচনৰ
শ্ৰীসুগন চান্দ আৰ্য্য, কেদাৰ ৰোড, গুৱাহাটী।

৭। বালুৰঘাট ট্ৰেন্সপৰ্ট কোম্পানীৰ
শ্ৰীৰতনলাল জৈন, কেদাৰ ৰোড, গুৱাহাটী।

৮। লাহতী আগৰৱালা কোম্পানীৰ
শ্ৰীজয়চান্দলাল লাহতী, কেদাৰ ৰোড, গুৱাহাটী।

৯। বাগৰীয়া চেৰিটেবল ট্ৰাষ্ট, কেয়াৰ অব মেচাৰ্চ ষ্টিলচ্ ওবাৰ্থ, গুৱাহাটী।

—প্ৰকাশক—

# প্ৰকাশকৰ নিবেদন

ওঁ অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰম্‌ ।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰবে নমঃ ॥
"দেৱ দামোদৰ গুৰু ।
সুবৰ্ণৰ ভৈলা মেৰু ॥"

ঘোষাৰত্ন ।

যি জনাই পৰমব্ৰহ্মক উপলব্ধি কৰিবলৈ বেদ, বেদান্ত, গীতা, ভাগৱত পুৰাণ আদিৰ ওপৰত সুপ্ৰতিষ্ঠিত সনাতন ধৰ্ম্মৰ জৰিয়তে নিত্য-নৈমিত্তিক বেদবিহিত কৰ্ম্মাদি কৰিবলৈ নিৰ্দ্দেশ দি ভাৰতৰ পূব প্ৰান্তত স্ত্ৰী-পুৰুষ, ব্ৰাহ্মণ-অব্ৰাহ্মণ, ৰজা-প্ৰজা, ধনী-নিৰ্ধনী আদি সকলোৰে মাজত সনাতন ধৰ্ম্মৰ ভাব সাম্য ভাবে প্ৰচাৰ কৰিছিল; যি জনাৰ নিৰ্দ্দেশমতে আৰু অনুপ্ৰেৰণাত ভাৰতৰ ভিতৰত সৰ্ব্ব প্ৰথমতে ষোড়শ শতাব্দিত ভাগৱত, গীতা, ভক্তি-ৰত্নাবলী আদি শাস্ত্ৰ বিদগ্ধ পণ্ডিত ভট্টদেৱৰ দ্বাৰা নিভাজ অসমীয়া ভাষাত লিখাই অসমীয়া ভাষাক স্থায়ী কৰাই গৈছে; যি জনাই নিজৰ

পৰিয়ালৰ হাতত সত্ৰৰ ভাৰ নিদি যোগ্যতাৰ পিনে লক্ষ্য কৰি ভট্টদেৱৰ ওপৰত মূল সত্ৰৰ ভাৰ দি গৈছিল; সেইজনা তত্বজ্ঞ, শাস্ত্ৰজ্ঞ আৰু সন্ত দেৱ দামোদৰ গুৰুৰ বিস্তৃত জীৱনী একন সুবিমল, ধৰ্ম্মনিষ্ঠ আৰু ন্যায় পৰায়ণ লিখকৰ দ্বাৰা লিখাই তেৰাৰ ধৰ্ম্মমত, তেৰাৰ গঠনমূলক কাৰ্য্য পদ্ধতি আৰু জনতাৰ মঙ্গলৰ বাবে তেৰাৰ ভাৱ-ধাৰা প্ৰচাৰ কৰাৰ বাবে এটি চিন্তাই মোৰ মন সজাগ কৰি ৰাখিছিল।

এই উদ্দেশ্য লৈ যি জনাই ছাত্ৰ জীৱনৰ পৰাই দেৱ দামোদৰ গুৰুৰ বিষয়ে সৰ্ব্বতোভাবে ৰত আছিল, সেই জন সুলিখক আৰু সত্যবাদী শ্ৰীযুত সোণাপতি দেৱ শৰ্ম্মা; বি, এল, ডাঙৰীয়াক তেখেতৰ শৰীৰৰ ৰুগ্ন অৱস্থাতো জনগণৰ মঙ্গল আৰু কল্যাণৰ বাবে এই মহান কামটো হাতত লবলৈ অনুৰোধ কৰাত, তেখেতে সমাজ আৰু দেশহিতকৰ এই কামটো হাতত লোৱাত মই তেখেতৰ প্ৰতি চিৰকৃতজ্ঞ। তেখেতৰ এই সাহিত্যিক অৱদানৰ কাৰণে মই ভগৱানৰ ওচৰত তেখেতৰ সৰ্ব্বতো প্ৰকাৰ মঙ্গল আৰু দীৰ্ঘায়ু কামনা কৰোঁ।

মই বিশ্বাস কৰোঁ যে জগতত শান্তি প্ৰতিষ্ঠা কৰিবৰ সুগম উপায় হৈছে বৈদিক মত। "যত জীৱ তত শিৱ", "বসুধা এৱ কুটুম্বকম্", "সত্যং শিৱং সুন্দৰম্" এনেকুৱা ভাৱধাৰাই হে বিশ্বত শান্তি প্ৰচাৰ কৰা কামত বিশেষ সহায় কৰিব।

চুম্বকে লোক টানি অনাব মিচিনা দেব দামোদৰ গুৰুৱে সেই সময়ৰ সুবিজ্ঞ আৰু সুপণ্ডিত সকলক তেওঁৰ দিব্য শৰীৰ আৰু দিব্য শক্তিৰে জ্ঞানমিশ্ৰা ভক্তি ৰসত আপ্লুত কৰি জ্ঞান প্ৰধান ভক্তি যোগে টানি আনি ভাৰতৰ পুব প্ৰান্তৰ পাটবাউসী মূল সত্ৰক কেন্দ্ৰ কৰি ইয়াৰ চাৰিফালে চাৰিখন প্ৰধান সত্ৰ; তাৰ সমসাময়িক ভাৱে আৰু বাৰখন সত্ৰ স্থাপন কৰাই আৰু বাৰজন সুবিজ্ঞ পৰম বৈষ্ণৱ মূল ভকতক লগত ৰাখি জগতৰ হিতৰ কাৰণে আৰু লগতে জনজাতিৰ কল্যাণৰ বাবেও সহনশীলতাৰ ওপৰত নিৰ্ভৰ কৰি ক্ৰমান্বয়ে দেশ ঘূৰি সত্ৰ স্থাপন কৰাই আৰু তেওঁৰ শৰণাগত শিষ্য আৰু ভক্ত সকলৰ দ্বাৰা গ্ৰন্থ ৰচনা কৰাই অসমীয়া ভাষাক স্থায়ী আৰু সুদৃঢ় কৰি গৈছে। তেওঁৱেই গৃহস্থী আৰু সামাজিক জীৱনত সংযম আৰু আদৰ্শ নিৰ্ণায়ক হিচাবে নিজে আৰু শিষ্য সকলৰ দ্বাৰা যিবোৰ সত্ৰ অনুষ্ঠান স্থাপন কৰাইছিল সেইবোৰ বাহিৰেও তাৰ সংখ্যা বৃদ্ধি পাই বৰ্ত্তমানে ইয়াৰ শাখা-প্ৰশাখাৰে সৈতে ২৪৩ খনৰো অধিক হৈছে। সেই সত্ৰ সমূহৰ জৰিয়তে গুৰুজনাৰ ধৰ্ম্মমত সম্যক-ভাবে প্ৰচাৰৰ সুবিধাৰ কাৰণে আৰু আমাৰ উঠি অহা ছাত্ৰ-ছাত্ৰী সকলৰ মাজত গুৰুজনাৰ জীৱনদৰ্শন, আদৰ্শ আৰু ধৰ্ম্মৰ মূল তথ্য প্ৰচাৰৰ বাবে "দেৱ দামোদৰ গুৰু" এই জীৱনী খনি প্ৰকাশ কৰা হ'ল।

বেদৰ ওপৰত সুপ্ৰতিষ্ঠিত যি শ্ৰীমদ্ভগৱদ্গীতা পৃথিৱীৰ ভিতৰত এখন অতুলনীয় গ্ৰন্থ, যি গীতা পৃথিৱীৰ প্ৰায় সকলো সভ্য ভাষাত ভাঙনি হৈছে, যি গীতাক সনাতন ধৰ্ম্মৰ মৃত্যু সঞ্জীৱনী মন্ত্ৰ বুলি ধৰা হয় আৰু যি গীতা এখন বিশ্বজনীন মানৱ ধৰ্ম্মৰ গ্ৰন্থ, সেই মহান গ্ৰন্থখন দেৱ দামোদৰ গুৰুৰ অনুপ্ৰেৰণাত পোন প্ৰথমতে নিভাজ অসমীয়াত ভট্টদেৱে গদ্যত আৰু ৺গোবিন্দ মিশ্ৰই পদ্যত ৰচনা কৰি গৈছে। এই গুৰু-জনাই পৰীক্ষিত নাৰায়ণৰ ৰাজ সভাত সামবেদৰ মূল তথ্যৰ তাৎপৰ্য্যপূৰ্ণ ব্যাখ্যা কৰি ৰাজ সভাৰ বিদগ্ধ পণ্ডিত মণ্ডলীক আশ্চৰ্য্যান্বিত কৰিছিল আৰু বহুতো পণ্ডিতে এই অসাধাৰণ শক্তিৰ গুণে তেৰাৰ ধৰ্ম্মমতো গ্ৰহণ কৰিছিল। পাটবাউসী সত্ৰত তেৰাই বেদ, উপনিষদ, ভাগৱত, গীতা আদি অহৰ্নিশে ব্যাখ্যা কৰি আৰু কৰাই এই স্থানক দিব্য স্থানত পৰিণত কৰাইছিল। গুৰুজনাৰ শাস্ত্ৰজ্ঞান, তত্ত্বজ্ঞান আৰু দিব্য শক্তি দেখি তেতিয়াৰ কোচ বেহাৰৰ ৰজা লক্ষ্মী নাৰায়ণে তেৰাৰ শিষ্যত্ব গ্ৰহণ কৰি গুৰুজনাৰ প্ৰতি বৈকুণ্ঠ সদৃশ সত্ৰ তাত নিৰ্ম্মাণ কৰাই দিছিল। দেৱ দামোদৰ গুৰুৰ শাস্ত্ৰ চৰ্চ্চা জীৱনৰ মহান ব্ৰত আছিল। এই উদ্দেশ্যে তেৰাৰ সঙ্গত ভক্তিতত্ত্ব সাধন গ্ৰন্থৰাজি সযত্নে ৰখা হৈছিল। তেৰাৰ অন্তিম কালত দিয়া উপদেশৰ পৰা এই সম্বন্ধে যি বৰ্ণনা পোৱা যায় তাৰ পৰা গুৰুজনাৰ শাস্ত্ৰৰ প্ৰতি কিমান প্ৰগাঢ়

শ্ৰদ্ধা আৰু শাস্ত্ৰজ্ঞান কিমান গভীৰ আছিল তাৰ সহজে অনুমান কৰিব পাৰি। গুৰুলীলাত ইয়াৰ বিৱৰণ তলৰ উদ্ধৃতিৰ দৰে পোৱা যায়:—

প্ৰথমতে পৰ্ব্বানন্দ বেৰক মাতিয়া।
বোলন্ত শুনিও পৰ্ব্বানন্দ মন দিয়া॥ ৭৮৪
হৰি সেৱা সাধন পুস্তক সমস্তয়।
ইদানিক বেদমতে ৰাখা মহাশয়॥
আমাৰ পাছত তুমি সম্বৰি ৰাখিবা।
যেখন সময় পৰে ব্যক্ত কৰি দিবা॥ ৭৮৫
শুনা বলৰাম মম আজ্ঞাক পালিবা।
দুখীয়া ভকতক মোৰ পুথিক শুনাবা॥ ৭৮৬

গুৰুজনাৰ জীৱনৰ কাৰ্য্যাৱলীৰ পৰা বুজা যায় যে তেখেতৰ বেদৰ প্ৰতি অগাধ বিশ্বাস আৰু ভক্তি আছিল আৰু জ্ঞান মাৰ্গৰ যোগেদি ভক্তি মাৰ্গলৈ নিয়াৰ যে সুগম পথ তাক নিৰ্ণয় কৰিছিল। যিহেতু ভাৰতবৰ্ষৰ কৃষ্টি, ধৰ্ম্ম, আচাৰ-ব্যৱহাৰ প্ৰায় সকলো খিনিয়ে বেদৰ ওপৰত প্ৰতিষ্ঠিত গতিকে বোধহয় সেই দামোদৰ গুৰুৰ অনুপ্ৰেৰণাতেই বেদ শিক্ষাৰ বাবেই মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যই পাণ্ডুলাত দামোদৰ ধামত তেওঁৰ সকলো সম্পত্তি দান দি পাণিনি ব্যাকৰণ শিক্ষাৰ বাবে টোল স্থাপন কৰি গৈছে; কাৰণ বেদ মন্ত্ৰৰ সম্যকজ্ঞান পাণিনি ব্যাকৰণৰ জ্ঞানৰ দ্বাৰাহে হয়।

বেদ সংহিতা কেইখন যাতে অসমীয়া ভাষালৈ ভাঙনি কৰিবলৈ দেশবাসীক অনুপ্ৰেৰণা দিয়ে তাৰ বাবে দেৱ দামোদৰ গুৰুৰ ওচৰত প্ৰাৰ্থনা কৰোঁ।

গুৰুদেৱৰ অনুপ্ৰেৰণাতে ইয়াৰ আগতে গীতা-বলী, কৃষ্ণ সঙ্গীত, ঘোষাৰত্ন আৰু কথাভক্তি-ৰত্নাবলী "শ্ৰীদামোদৰদেৱ পুথি প্ৰকাশন সমিতি"ৰ হকে প্ৰকাশ কৰা হৈছিল। এই "দেৱ দামোদৰ গুৰু" কিতাপখন প্ৰকাশ হোৱাৰ লগে লগে "শ্ৰীদামোদৰদেৱ পুথি প্ৰকাশন" সমিতিৰ নাম পৰিবৰ্ত্তন কৰি "দেৱ দামোদৰ গুৰু প্ৰকাশন সমিতি" কৰা হ'ল; দেৱ দামোদৰ গুৰু সম্বন্ধীয় যদি কোনো কিতাপ কোনো সদাশয় লোকৰ ওচৰত আছে সেই বিষয়ে আমাক জনালে পৰম বাধিত হম। এই কিতাপখন সম্পাদন কৰা কামৰ বাবে শ্ৰীনৰেশ্বৰদেৱ গোস্বামীক লগত লৈ কোচ বেহাৰলৈ যাব লগা হৈছিল। কিতাপখনৰ সম্পাদনা কাৰ্য্যত যদি কোনো ভুল-ত্ৰুটি হৈ গৈছে তাৰ বাবে ক্ষমা চাইছোঁ আৰু সেইবোৰ আমাৰ দৃষ্টিগোচৰ কৰিলে পৰম বাধিত হম। যি সকল সদাশয় লোকে কিতাপখন ছাপা হৈ ওলোৱা কামত সহায় কৰিছে তেখেত সকলৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ আৰু তেওঁলোকৰ শুভ কামনা কৰোঁ।

মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন এই জীৱনী খন প্ৰকাশৰ দ্বাৰা আমাৰ দেশবাসীৰ উপকাৰ সাধিত

হয়। ইয়াৰ অধ্যয়নৰ পৰা দেৱ দামোদৰ গুৰুৰ প্ৰতি দেশবাসীৰ সম্যক জ্ঞান বাঢ়িব আৰু এই জীৱনীথনে তেৰাৰ ধৰ্ম্মমত সহজে বুজি পোৱাত সহায় কৰিব। সৰশেষত মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন এই জীৱনীথনে সাম্যভাৱত সুপ্ৰচাৰিত তেৰাৰ ধৰ্ম্মমত প্ৰচাৰ কৰি, সনাতন ধৰ্ম্মৰ মূল ভেটি স্থায়ী কৰি জগতত সাম্য, মৈত্ৰী আৰু শান্তিভাৱ অনাত যথেষ্ট অবদান দিব।

"সত্যমেৱ জয়তে নানৃতম্।"
"উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিবোধত।"

ওঁ শান্তি। শান্তি। শান্তি।
শ্ৰীগুৰৱে সমৰ্পিতমস্তু।

শ্ৰীনৱনাৰায়ণ দেৱ গোস্বামী
মণিপুৰী বস্তি, গুৱাহাটী—৮

# পাতনি

যুগল গোবিন্দই (আচাৰ্য্য ভট্টদেৱ বংশীয় পাটবাউসী সত্ৰৰ তেতিয়াৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺গোবিন্দ দেৱ অধিকাৰ আৰু দেৱ দামোদৰ গুৰুৰ বংশীয় দামোদৰ ধামত দেৱ দামোদৰ গুৰুৰ পাদুকা স্থাপন কৰ্ত্তা শ্ৰীশ্ৰী৺ গোবিন্দদেৱ গোস্বামী) দেৱ দামোদৰ গুৰুৰ জীৱনী এখন লিখিবলৈ উৎসাহ আৰু আশীৰ্ব্বাদ দি সমল গোটাই দিয়াত লিখকে বৰপেটা উচ্চ ইংৰাজী স্কুলৰ ৮ম মান শ্ৰেণীত পঢ়াৰ সময়তে ১৯১১ চনত ছাত্ৰ ৰচনা হিচাবে এখন সংক্ষেপ জীৱনী পুস্তিকা লিখি উলিয়ায় আৰু তেতিয়াৰ মাহেকীয়া "আলোচনী" পত্ৰিকাৰ ৩য় আৰু ৪ৰ্থ বছৰত সি প্ৰকাশ পায়।

তাৰ পাচত আসাম ছাত্ৰ সম্মিলনৰ পৰা পুৰস্কাৰ ঘোষণা কৰি দেৱ দামোদৰ গুৰুৰ জীৱনী খোজাত আগৰ প্ৰবন্ধটোতে কিছু নতুন কথা যোগ দি তাকে প্ৰতিযোগীতাত দিয়া হয়। সেই পুথিৰ পৰীক্ষক ডঃ বাণীকান্ত কাকতিদেৱে সেই ক্ষুদ্ৰ জীৱনী খনিকে

"ম'ৰ ক্ৰিটিকেল দেন এলাবোৰেট" বুলি মন্তব্য দি পুৰস্কাৰ যোগ্য বুলি অনুমোদন কৰে। সেই পুস্তিকাৰ ঠাই বিশেষে পাচত পৰিবৰ্ত্তন যোগ্য বুলি বিবেচিত হলেও ১৮৭১ শঁকৰ ১৫ ফাগুনত দেৱ দামোদৰ গুৰুৰ জন্মোৎসৱৰ দিনা তাৰ সালসলনি নকৰি তেনে ভাবেই ছপাই প্ৰকাশ কৰা হৈছিল।

আজি প্ৰায় দুবছৰ আগতে মোৰ গুৰু বংশৰ আৰু পিতৃদেৱৰ গুৰুপুত্ৰ শ্ৰীযুত নৰনাৰয়ণ দেৱ গোস্বামী বি, এল, দেৱে মোৰ সেই আগৰ পুস্তিকা খনি অলপ বহলাই লিখিবলৈ কোৱাত শৰীৰ অসুস্থ থকা স্বত্বেও তেখেতৰ কথামতে কামত হাত দিয়া হয়। এনে সময়তে জ্যেষ্ঠ পুত্ৰ গগণ শৰ্ম্মাৰ অকাল আৰু আকস্মিক মৃত্যুৱে কামত ভালেখিনি বাধা জন্মায়। তথাপি শাৰীৰিক আৰু মানসিক কষ্টৰ মাজেৰে এই কাম সমাধা কৰিবলৈ সাধ্যানুসাৰে চেষ্টা চলোৱা হয়।

এই কামত মই মোৰ সোদৰোপম বন্ধু বেণুধৰ শৰ্ম্মাৰ পৰাও উৎসাহ উদগণি পাওঁ। মোৰ সতীৰ্থ বন্ধু উত্তৰ গুৱাহাটী কমলদেৱ উচ্চ ইংৰাজী স্কুলৰ ভুতপুৰ্ব্ব প্ৰধান শিক্ষক শ্ৰীচন্দ্ৰ কুমাৰ বৰুৱাদেৱেও ভালেখিনি সহায়-সহযোগিতা আগবঢ়াইছে। এই কাৰ্য্যত ব্ৰতী হোৱাত শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৰ পৰাও আশীষ নিৰ্ম্মালি পোৱা হৈছে আৰু আন আন বহুতো সত্ৰৰ সত্ৰাধিকাৰ আৰু অন্যান্য অনুষ্ঠানে সহায়

সহযোগিতা কৰাত তেওঁলোক সকলৈকে মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনাই থলোঁ।

পাটবাউসী সত্ৰৰ বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীগুৰুকৃষ্ণ গোস্বামী এম, এ, দেৱে হাতে লিখা পুথিখনি চাই দিহা-পৰামৰ্শ দিয়া বাবে তেখেতলৈকেও শ্ৰদ্ধা জনালোঁ।

পুস্তক সংগ্ৰহ কৰাত যিবোৰ পুথি আৰু আলোচনী আদি কাকতৰ সহায় লোৱা হৈছে আৰু যিসকল গ্ৰন্থকাৰৰ গ্ৰন্থৰ পৰা উদ্ধৃতি দিয়া হৈছে সেইবিলাক যথা স্থানত উল্লেখ কৰা হোৱাই ইয়াত স্বতন্ত্ৰ ভাবে গ্ৰন্থপঞ্জী সংযোজন কৰা হোৱা নাই। সেইবাবে ইয়াতে ক্ষমা খুজি থোৱা হল।

ইয়াৰ ত্ৰুটি-বিচ্যুতি সুধী সমাজে আঙুলিয়াই দিলে ভৱিষ্যতে সেইবোৰৰ উপযুক্ততা বিবেচনাক্ৰমে সংশোধন আৰু সংযোজন কৰা হব।

ইতি—

বৰপেটা, বিনীত—

২৫ ফাগুন ১৮৯২ শক শ্ৰীসোণাপতি দেৱ শৰ্ম্মা

৪৮২ দামোদৰাব্দ



আ নো ভদ্ৰাঃ ক্ৰতৱো য়ন্তু বিশ্বতঃ। ঋগ্বেদ—১।৮৯।১

সকলো সুচিন্তাবোৰ সকলো ফালৰ পৰা আমালৈ আহক।

অগ্নিমীলে পুৰোহিতং যজ্ঞস্য দেৱমৃত্বিজম্।

হোতাৰং ৰত্নধাতমম্॥ ঋগ্বেদ—১।১।১

যজ্ঞৰ হোম সম্পাদক পুৰোহিত স্বৰূপ ঋত্বিক সকলৰ প্ৰধান হোতা স্বৰূপ আৰু সৎ কৰ্ম্মৰূপ ৰত্নৰাশিৰ ধাৰয়িতা দীপ্তিমান অগ্নিক মই স্তুতি কৰোঁ।

ইষে ত্বোৰ্জে ত্বা বায়ৱঃ স্থ দেৱো ৱঃ সৱিতা

প্ৰাৰ্পয়তু শ্ৰেষ্ঠতমায় কৰ্ম্মণে। যজুৰ্বেদ—১।১।১

সকলোৱে পাবলৈ ইচ্ছা কৰা পৰমাৰ্থ বস্তুৰ অৰ্থে বল শক্তিৰ অৰ্থে তোমালোক বায়ুৰ নিচিনা প্ৰাণদায়ক আৰু শোধনকাৰী হোৱা। স্ব কৰ্ম্মৰ প্ৰেৰয়িতা দেৱতাই তোমালোকক শ্ৰেষ্ঠতম কৰ্ম্মৰ প্ৰাপ্তি কৰাওক।

অগ্ন আয়াহি বীতয়ে গৃণানো হব্য দাতয়ে।

নি হোতা সৎসি বৰ্হিষি॥ সামবেদ—১।১।১

হে অগ্নি! অন্নাদি হবিৰ প্ৰচুৰ দানৰ কাৰণে তুমি স্তুত হোৱা, আমাৰ সঙ্গতিৰ কাৰণে আহা, যজ্ঞৰ প্ৰধান কৰ্ত্তাৰূপ হোতাস্বৰূপে যজ্ঞ কুশত অধিষ্ঠিত হোৱা।

যে ত্ৰিষপ্তাঃ পৰিয়ন্তি বিশ্বা ৰূপাণি বিভ্ৰতঃ।

ৱাচস্পতিৰ্বলা তেষাং তন্বো অদ্য দধাতু মে॥

অথৰ্ব্ববেদ—১।১।১

হে বাক্‌পতি! যি ত্ৰি সপ্ত তত্বই (পাঁচ মহাভূত, দশ ইন্দ্ৰিয়, পাঁচ প্ৰাণ আৰু অন্তঃকৰণ) নানা ৰূপে প্ৰকাশিত হৈ পৰিবৰ্দ্ধিত হৈছে আজি মোৰ শৰীৰতো সেইবোৰৰ উজ্জ্বলৰূপ ধাৰণ কৰাই দিয়া।

একং সৎ বিপ্ৰা বহুধা বদন্তি। ঋগ্বেদ—১।১৬৪।৪৬।

এক মূলবস্তু (সৎ) কে পণ্ডিতসকলে বহু প্ৰকাৰে বৰ্ণনা কৰে।



পাটবাউসী থানত দেৱ দামোদৰ গুৰুৰ
প্ৰাচীন মঠৰ ঠাইত নব নিৰ্ম্মিত মঠ।

# দেৱ দামোদৰ গুৰু

## প্ৰথম অধ্যায়

### ভাগৱতী আৰু তিনি সম্প্ৰদায়ৰ উৎপত্তি

ঋগ্বেদৰ সময়ৰ পৰাই ভাৰতত বৈষ্ণৱ ধৰ্ম্ম প্ৰচলিত থকাৰ প্ৰমাণ পোৱা যায়। কেৱা নামেৰে বিষ্ণুৰ অস্তিত্ব স্বীকাৰ কৰা ধৰ্ম্মই হৈছে বৈষ্ণৱ ধৰ্ম্ম। ভাগৱত পুৰাণেই বিষ্ণু ভক্তিৰ মূল হলেও, এই ভাগৱত পুৰাণ ৰচিত হোৱাৰ আগৰ পৰাই দাক্ষিণাত্যত বিশেষকৈ তামিলৰ আল্বাৰ সকলৰ মাজত এই বিষ্ণু ভক্তি মুলক বৈষ্ণৱ ধৰ্ম্ম অঙ্কুৰিত হৈছিল বুলি প্ৰমাণ পোৱা গৈছে। ভাৰতৰ লগতে অসমতো ইয়াৰ সূঁতি এটি বৈ থকাৰ প্ৰমাণ এতিয়ালৈ উদ্ধাৰ হোৱা কেৱাখন তাম আৰু শিলা লিপিত পোৱা গৈছে। শালগ্ৰাম পূজা, সত্য নাৰায়ণ পূজাদি, বিষ্ণু পূজা বৈদিক যুগৰ পৰাই চলিত আছিল।

## দেৱ দামোদৰ গুৰু

মহৰ্ষি কৃষ্ণ দ্বৈপায়ন ব্যাসদেৱে বিবিধ পুৰাণ আৰু মহাভাৰত ৰচনা কৰিও মনত শান্তি পোৱা নাছিল। তেওঁৰ মনৰ উদ্বিগ্নতাৰ কথা জানিব পাৰি দেৱৰ্ষি নাৰদে তেওঁৰ আগত উপস্থিত হৈ ভগৱানৰ ভক্তি ৰসাত্মক ভাগৱত পুৰাণ ৰচনা কৰিবলৈ তেওঁক আদেশ কৰে; আৰু দেৱৰ্ষি নাৰদৰ উপদেশ মতে ব্যাসদেৱে ভগৱান শ্ৰীকৃষ্ণৰ ভক্তি ৰসাত্মক লীলাৰ বৰ্ণনাৰে মহাভাগৱত পুৰাণ ৰচনা কৰি শান্তি লাভ কৰে।

অতীজত এই ভগৱদ্ভক্তি সৰ্ব্বজাতি আৰু সৰ্ব্বসাধাৰণৰ বাবে উন্মুক্ত নাছিল। ইয়াৰ শিক্ষা উচ্চ জাতি আৰু সংস্কৃতজ্ঞ পণ্ডিতসকলৰ মাজত মাত্ৰ সীমাবদ্ধ আছিল।

ৰামানন্দ, কবিৰ প্ৰভৃতিৰ সময়ৰ পৰাহে এই ভক্তিৰ দুৱাৰ সকলো জাতিৰ আৰু উচ্চ শিক্ষা নোপোৱা সৰ্ব্বসাধাৰণৰ কাৰণেও মেল খাইছিল।

ভাৰতত বৌদ্ধ ধৰ্ম্মৰ বিস্তৃতিৰ পাচত শ্ৰীশঙ্কৰাচাৰ্য্যই হিন্দু ধৰ্ম্মৰ পুনঃ প্ৰতিষ্ঠাৰ বাবে দিগ্বিজয় কৰি হিন্দুধৰ্ম্মৰ বিজয় পতাকা তুলি ফুৰাৰ সময়তো অসমত শাক্ত, শৈৱপন্থীক তেওঁ বিষ্ণু উপাসনাৰ ফালে ঢাল খুৱাব পৰা নাছিল। পবিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ সূঁতিটি শুকাই প্ৰায় তৰাং পৰি আহিছিল। ৰজা-প্ৰজা সকলোৱে শক্তিৰ আৰাধনাৰ অৰ্থে জীৱ হিংসাত প্ৰবৃত্ত হৈছিল আৰু

আনকি নৰবলি পৰ্য্যন্ত চলিছিল। সদাচাৰৰ ঠাইত ব্যভিচাৰে ঠাই পাইছিল।

ইউৰোপ মহাদেশৰ দৰে আমিও পঞ্চদশ শতিকাটোক আমাৰ নব অভ্যুদয়ৰ যুগ বুলিব পাৰোঁ। এই শতিকাতে ইউৰোপ মহাদেশে মধ্যযুগৰ পৰা নতুন যুগত পৰি যেনে প্ৰদীপ্ত হৈ উঠিছিল সেইদৰে ভাৰতৰ লগতে তাৰ পূৰ্ব্ব প্ৰান্তত থকা অসমেও এই যুগতে নতুন ধৰ্ম্ম, নতুন সমাজ আৰু বিস্তৃত আৰু সুলিখিত সাহিত্যৰাজি লাভ কৰি পবিত্ৰ জ্ঞান বিদ্যাদিৰ পোহৰত প্ৰদীপ্ত হৈ উঠিছিল। এই শতিকাটোতে শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু, মাধৱদেৱ, হৰিদেৱ প্ৰভৃতি ধৰ্ম্মাচাৰ্য্য সকল অসমত অৱতীৰ্ণ হৈ বিধৰ্ম্মীৰ হেঁচাত চেপেটা পৰা অসমক নতুন ভাগৱতী ধৰ্ম্মত দীক্ষিত, নতুন বৈষ্ণৱী জ্ঞানত শিক্ষিত আৰু জাত্যাভিমান বৰ্জ্জিত নতুন সমাজ বান্ধনীৰে একত্ৰিত কৰি অসমীয়া জাতিক এক নতুন ঠাচেৰে গঢ়ি তুলিছিল। যি অমৃত সদৃশ শাস্ত্ৰৰস মাধৱ কন্দলীৰ ৰামায়ণ আৰু হৰিবৰ বিপ্ৰৰ প্ৰহ্লাদ চৰিত ৰচিত হোৱাৰ আগেয়ে কেৱল সংস্কৃতজ্ঞ পণ্ডিতসকলৰ মাজতহে সীমাৱদ্ধ আছিল আৰু সেইকাৰণে সৰ্ব্বসাধাৰণে অজ্ঞান আন্ধাৰত পৰি আছিল—সেই ৰস সেই যুগৰ বৈষ্ণৱ কবি সকলে সৰ্ব্বসাধাৰণৰ বোধগম্য মাতৃ ভাষাৰে নানা ছন্দে বন্ধে প্ৰণয়ন কৰি সংস্কৃত হ্ৰদৰ পাৰ ভাঙি

বোৱাই আনি অসমৰ আবালবৃদ্ধ বনিতাক হেঁপাহ পলুৱাই পিয়ালে আৰু বৈষ্ণৱ ধৰ্ম্মৰ তৰাং সূঁতি-টোক নব-বৈষ্ণৱ ধৰ্ম্মৰ ঢলেৰে প্লাবিত কৰিলে। অসমত বৈদিক যুগৰ পৰাই বিষ্ণু অৰ্চ্চনা থকা কথা—নিত্য নৈমি-ত্তিক কাৰ্য্যত পঞ্চ দেৱতা পূজা আৰু অশ্বক্ৰান্তৰ বিষ্ণু পদত পিণ্ডাদি দানে প্ৰমাণ কৰে।

তান্ত্ৰিক সকলে শ্ৰুতিত থকা—"মদ্যমপেয়মদেয়-মগ্ৰাহ্যম" কথা তল পেলাই—

"মদ্যং মাংসং তথা মৎস্যং মুদ্ৰা মৈথুন মেবচ।
মকাৰ পঞ্চকং কৃত্বা পুনৰ্জ্জন্ম ন বিদ্যতে॥"

শ্লোকৰ ভুল অৰ্থ কৰি পঞ্চমকাৰ সেৱনত দিয়া মত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰক সকলে যুক্তিৰে খণ্ডাই তাৰ ঠাইত শুদ্ধ ভাগৱতী ধৰ্ম্মৰ বীজ অঙ্কুৰিত কৰি হিন্দু মাত্ৰকে এক সমাজক আনি এক ডোলেৰে বান্ধি জাত্যাভিমানৰ মেৰপাক খহাই পৰস্পৰে ভ্ৰাতৃ ভাবে আগুৱাবৰ বাট দেখুৱাই দিয়ে। সেইবাবে অসমত আজি জাতি বিচাৰ ভাৰতৰ আন ঠাইতকৈ বহুতো কম। অসমৰ থান সত্ৰবোৰৰ কীৰ্ত্তন ঘৰ আজিও অসমীয়াৰ মানত জগন্নাথ তীৰ্থস্থান যেন।

ইয়াতে জয় জয়তে এটা কথা উঠিব পাৰে যে অসমত যদি এক শুদ্ধ ভাগৱতী ধৰ্ম্মই প্ৰচলিত হৈছে তেন্তে তাত স্বতন্ত্ৰ তিনি পন্থা হব লগাত পৰিল কিয়?

সমাজৰ ভিতৰ ভাগ ভালকৈ বিচাৰি চালে ইয়াৰ সিদ্ধান্ত ওলোৱাত বেচি পলম নালাগে। সমাজত সততে তিনি শ্ৰেণীৰ লোক দেখা যায়। এবিধ সৰল বিশ্বাসী, এবিধ পণ্ডিতাভিমানী আৰু আন বিধ অসঁহীয়া বা নাস্তিক প্ৰকৃতিৰ। প্ৰথম বিধে সকলো কথা সহজে মানি লয়, যুক্তি-তৰ্ক নিবিচাৰে। দ্বিতীয় বিধে যুক্তি আৰু শাস্ত্ৰৰ প্ৰমাণ ব্যতিৰেকে মৌখিক উক্তি মানি লব নোখোজে। তৃতীয় বিধে আৰু চাক্ষুস প্ৰমাণ নাপালে যুক্তি-তৰ্ক একোকে বিশ্বাস নকৰে। যদি এজনে কয় "ধোঁৱা য'ত আছে জুইও তাতে আছে" প্ৰথম দলে তাক বিনাতৰ্কে তেতিয়াই মানি লব। দ্বিতীয় দলক তাক বুজাবলৈ সংস্কৃত তৰ্ক-বিজ্ঞানৰ "যত্ৰ যত্ৰ ধূমো বৰ্ত্ততে তত্ৰ তত্ৰ অগ্নিৰ্বৰ্ত্ততে" এই সূত্ৰটি গাই শুনাব লাগিব তেহে তেওঁ-লোকে তাত বিশ্বাস স্থাপন কৰিব। এই বাবেই আমাৰ পুৰণি কবি সকলৰ প্ৰায় ভাগেই তেওঁলোকৰ ৰচিত অসমীয়া পুথিৰ স্থান বিশ্বাস্থ :—

"নকৰিবা নিন্দা মোক-মহন্তে।
আসিলা শাস্ত্ৰ বাৰানসী হন্তে॥
বিশ্বাস নকৰা যদি আমাৰ বচন।
বিচাৰি চাহিও তেবে নাৰদী পুৰাণ॥"

আদি কথা দি এই শ্ৰেণীৰ লোককো পতিয়ন নিয়াই-ছিল। তৃতীয় বিধে তাতো সৈমত নাথাই তাৰ

চাক্ষুস প্ৰমাণ বিচাৰিব আৰু হয়তো কব যে কিছুমান জুই ধোঁৱা নোহোৱাকৈ হব পাৰে যেতিয়া ধোঁৱানো জুই নহলে হব নোৱাৰিব কিয় ? তেতিয়া তেওঁলোকক চাক্ষুস প্ৰমাণ দি হয়তো জুই জ্বলাই দেখুৱাব লাগিব যে—"যত্ৰ—ধূমঃ—তত্ৰ অগ্নিঃ"হে সঁচা "যত্ৰ অগ্নিঃ তত্ৰ ধূমঃ" সঁচা নহয়। এনেকুৱা চাক্ষুস প্ৰমাণ দি যদি দেখুৱাব পৰা যায় তেনে হলেহে এই শ্ৰেণীৰ মানুহৰ বিশ্বাস হয়।

বহুতে আকৌ অসমৰ বৈষ্ণৱ ধৰ্ম্মক বামুণীয়া আৰু ব্ৰাহ্মণেতৰ—এই দুটা ভাগত ভাগ কৰিব খোজে, কিন্তু ভালকৈ বিচাৰ কৰি চালে ইয়াক তেনে ভাগত বিভক্ত হোৱা দেখা নাযায়। যাক বামুণীয়া বুলিব খোজে তাতো ব্ৰাহ্মণেতৰৰ অভাৱ নাই আৰু যাক ব্ৰাহ্মণেতৰ বুলিব খোজে তাৰ ভিতৰতো বহুতো বামুণ আছে। তেনেহলে এই দুটা ভাগ ভগাওঁ কেনেকৈ ? যদি এই দুটাই ভাগ হয়, তেনেহলে বামুণীয়াৰেবা দামোদৰীয়া আৰু হৰিদেৱী এই দুটা ভাগ হ'ল কিয় ? আৰু ব্ৰাহ্মণে-তৰ মহাপুৰুষীয়া বা শঙ্কৰী বিধতো নিকা পন্থী, পুৰুষ সংহতি আৰু কাল সংহতিৰ উদ্ভৱ হ'ল কিয় ?

তেতিয়াৰ সমাজৰ অৱস্থা আৰু ভাৱধাৰালৈ লক্ষ্য কৰিলে এইটো ওলাবগৈ যে তিনি প্ৰকাৰ স্বভাৱৰ মানুহৰ পৰাহে তিনি ৰকমৰ পন্থাৰ সৃষ্টি হৈছে। কেৱল জাতি অনুসৰি বিভাগ হোৱা নাই ; তিনিও পন্থাৰ

ধৰ্ম্মমততে ঃ—

"চণ্ডালো হপি দ্বিজোত্তমঃ হৰি ভক্তি পৰায়ণঃ ।" কথাষাৰ থকাতো আমি বামুণীয়া আৰু ব্ৰাহ্মণেতৰ ভাগত ভগাওঁ কেনেকৈ ? ভগালেইবা তাৰ সাৰ্থকতা থাকে ক'ত ? এইবাবেই আমি পন্থাৰ বিভাজনত জাতি নিৰ্বিচাৰি সমাজৰ মানুহৰ মনৰ ভাৱ আৰু অৱস্থালৈ যাব লাগিব । সমাজৰ লোকৰ ভাৱধাৰা অনুসৰিহে একে ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰে তিনিটা বিভিন্ন শাখা হ'ল ।

ইয়াৰে প্ৰথম শাখা হৈছে মহাপুৰুষীয়া বা শঙ্কৰী—এওঁলোকে সহজে এক শৰণ ভাগৱতী ধৰ্ম্ম গ্ৰহণ কৰিলে, কিছুমানে ইয়াক বেদ আৰু ব্ৰাহ্মণ বিদ্বেষী বুলি কব পাৰে কিন্তু সেইটো যুক্তিযুক্ত নহয়, ইয়াৰ প্ৰৱৰ্ত্তক স্বয়ং শঙ্কৰদেৱে বেদ আৰু ব্ৰাহ্মণ দুইকো মানাৰ প্ৰমাণ তেওঁৰ ধৰ্ম্ম আৰু স্বৰচিত ধৰ্ম্ম শাস্ত্ৰত আছে । আনকি তেওঁ নিত্য-নৈমিত্তিক কৰ্ম্মাদি নিজে আচৰণ কৰা কথা তেওঁৰ চৰিত্ৰত আছে ।

দ্বিতীয় শাখা হৈছে দামোদৰীয়া—এইটো পণ্ডিতী শাখা । দেৱ দামোদৰ গুৰু আৰু তেওঁৰ শিষ্য বহুতো ব্ৰাহ্মণ পণ্ডিতে আগৰ তান্ত্ৰিক মতৰ শাস্ত্ৰৰ বচন বৈষ্ণৱী মাৰ্গৰ শাস্ত্ৰৰ বচনেৰে অকাট্য প্ৰতিপন্ন কৰি ভাগৱতী ধৰ্ম্মৰ গুৰুত্ব সম্পাদন কৰে আৰু সেই যুক্তিৰ বলতে বহুত বিমুখ বিপ্ৰও তাৰ সমুখ হৈছিল অৰ্থাৎ দামো-

দৰীয়া ধৰ্ম্ম গ্ৰহণ কৰিছিল। এইটো পণ্ডিতী শাখা।

তৃতীয় শাখা হৰিদেৱী—সমাজৰ তৃতীয় বিধ মানুহে শাস্ত্ৰ বচনকো মানি নলয়, তেওঁলোকে কেৱল চাক্ষুস প্ৰমাণকহে বিশ্বাস কৰে। এনেবিধ মানুহে হৰিদেৱৰ ওচৰত কিছুমান যোগসিদ্ধ চাক্ষুস প্ৰমাণ পাই তেওঁত শৰণ লয়। এনেকুৱা সমাজৰ বিভিন্ন প্ৰকৃতিৰ মানুহৰ পৰা অসমৰ এক ভাগৱতী ধৰ্ম্মৰে মহাপুৰুষীয়া বা শঙ্কৰী, দামোদৰীয়া আৰু হৰিদেৱী এই তিনিটা বিভিন্ন শাখা বা পন্থা ওলায়। ××



# দ্বিতীয় অধ্যায়

## অসমৰ নব বৈষ্ণৱ ধৰ্ম্ম

প্ৰথমতে কৈ অহা হৈছে যে যদিও ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ মূল ভাগৱত পুৰাণ তথাপিও ইয়াৰ অস্তিত্ব ঋক্ বেদৰ সময়ৰ পৰাই আছিল আৰু অসমতো সেই সময়ৰ পৰাই ইয়াৰ সুঁতি এটি বৈ আছিল। পুৰণি কামৰূপ তথা অসমৰ ৰজা সকলৰ পৰাই তামৰ ফলি, শিলালিপি মানুহৰ নাম প্ৰভৃতিৰ পৰাই তাক সহজে অনুমান কৰিব পাৰি। অৱশ্যে পুৰণি কালৰ সুঁতিটি বৌদ্ধ ধৰ্ম্মৰ আৰু তাৰ পাছৰ শাক্ত-শৈৱ আদি সম্প্ৰদায়ৰ হেচাত সময়ত কিছু ক্ষীণ হৈ পৰিছিল মাত্ৰ।

পঞ্চম বছৰৰ ১০ম সংখ্যা (ভাদ ১৮৩৬ শক) বাঁহীত বেজবৰুৱাই সম্পাদকীয় চ'ৰাৰ ৫২৩ পৃষ্ঠাত লিখিছিল—"শঙ্কৰদেৱে যি শ্ৰৱণ-কীৰ্ত্তন ভক্তি ধৰ্ম্ম প্ৰচাৰ কৰিছিল সেই ধৰ্ম্ম যে আগেয়ে অজ্ঞাত হৈ আছিল এনে নহয়; কিন্তু সি গীতা, ভাগৱত আদি দুৰ্ব্বোধ্য সংস্কৃত

শাস্ত্ৰত নিবদ্ধ হৈ আছিল, সৰ্ব্বসাধাৰণৰ নিমিত্তে অৰ্থাৎ সমাজৰ এশজনৰ ভিতৰত নিৰানব্বৈ জনৰ কাৰ্য্যত সি লুপ্ত বা গুপ্ত হৈ আছিল। সংস্কৃত শাস্ত্ৰজ্ঞ সকলৰ অনেক বিচক্ষণ পণ্ডিতে সেই মহাৰত্ন হৰিনাম পাইছিল। আন দেশতো আৰু অসম দেশতো কিন্তু সেই মহাৰত্ন সেই সকলৰ সৰহ ভাগে নিজৰ অকলশৰীয়া ভোগৰ নিমিত্তে ৰাখি সৰ্ব্বসাধাৰণ প্ৰজাক কৰ্ম্ম-কাণ্ড প্ৰধান আন ধৰ্ম্মতহে শিক্ষা দিছিল। কাৰণ তেনে কাৰ্য্যত শিক্ষা দাতাসকলৰ অৰ্থাগম আৰু মান-সৎকাৰত স্বাৰ্থ আছিল। তেওঁলোকে নিজলৈ "ওঁ" ৰাখি শুদিৰক মাত্ৰ "নমো নমো" দিছিল। তেওঁলোকৰ ভিতৰতো এই স্বাৰ্থ-পৰতাৰ হেঙাৰ ডেই ওপৰলৈ যোৱা উদাৰ ওখ মনৰ আৰু সৰ্ব্বসাধাৰণ প্ৰজাৰ মঙ্গলাকাঙ্ক্ষী শাস্ত্ৰজ্ঞ বৈষ্ণৱ ব্ৰাহ্মণ দুই চাৰিজন নাছিল এনে নহয়, কিন্তু তেওঁ-লোকৰ উপদেশৰাজি সৰ্ব্বসাধাৰণৰ দুৰ্ব্বোধ্য আৰু সহজে দন্তস্ফুট কৰিব নোৱাৰা সংস্কৃত ভাষাৰ বাকলি আৰু খোলেৰে ঢকা আছিল, যি বাকলি আৰু খোলাৰ নিমিত্তে ভিতৰৰ নামামৃত সাধাৰণ প্ৰজাৰ দৈনিক জীৱনৰ উপ-ভোগৰ বস্তু স্বভাৱতে হব নোৱাৰিছিল। উজনিত শঙ্কৰদেৱৰ সমসাময়িক পৰম পণ্ডিত ব্ৰহ্মানন্দ আচাৰ্য্য আৰু তেওঁৰ সহচৰ প্ৰাচীন ব্ৰাহ্মণ জনচেৰেকে শঙ্কৰেৰে

সৈতে বিচাৰত সেইবাবে হৰিনাম ( ভাগৱতী ধৰ্ম্ম ) আৰু বৈষ্ণৱ ভকত দেৱ-দেৱী পূজাতকৈ যে শ্ৰেষ্ঠ এই কথা শাস্ত্ৰসম্মত বুলি স্বীকাৰ কৰাটোৱেই আমাৰ ওপৰৰ কথাৰ সাক্ষী দিয়ে। কিন্তু সৰ্ব্বসাধাৰণৰ সহজ সুপ্ৰাপ্য কৰি, ভৱ সংসাৰ তৰণৰ এই মহা উপায় নিজৰ সুখ আৰু বিপদলৈ আওকাণ কৰি জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে প্ৰচাৰ কৰি দি সকলো প্ৰজাৰ সুবিধা কৰি দিলে কোন কৃপালু পুৰুষে ? কোন হিতৈষীয়ে ? উত্তৰত কবই লাগিব যে সেইজন মহাপুৰুষ শঙ্কৰদেৱে।”

নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ অধ্যক্ষ পণ্ডিত প্ৰবৰ মনোৰঞ্জন শাস্ত্ৰীদেৱে তেখেতৰ “অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা” পুথিৰ প্ৰথম অধ্যায়ৰ বিস্তৃত আলোচনাৰ অন্তত তাৰ উপসংহাৰত লিখিছে—“এই পৰ্য্যন্ত উপস্থাপিত প্ৰমাণৰ দ্বাৰা এই কেইটা কথা সিদ্ধ হ’ল—

১। প্ৰাক্ শঙ্কৰী যুগত বৈষ্ণৱ ধৰ্ম্ম আৰু সম্প্ৰদায় আছিল; সি নিষ্প্ৰভ বা নগণ্যভাৱে থকা নাছিল।

২। তেতিয়া চতুৰ্ভুজ বিষ্ণু, বাসুদেৱ মহাপুৰুষ আৰু দৈৱকী পুত্ৰ যশোদা নন্দন, দ্বিভুজ মুৰলিধাৰী, গোপাল কৃষ্ণৰো উপাসনা প্ৰচলিত আছিল।

৩। নৃত্য-গীত-বাদ্য সহকাৰে হৰিনাম-গুণ-কীৰ্ত্তন কৰা বা নাম ধৰা প্ৰথাও যি কোনো প্ৰকাৰে আছিল।

৪। ভগৱান বিষ্ণুৰ শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পাদসেৱা, অৰ্চ্চন, বন্দন, দাস্য, সখ্য আৰু আত্মসমৰ্পণ বা এক-শৰণ এই নৱবিধ ভক্তিৰ কথাও জ্ঞাত আৰু প্ৰচলিত আছিল।

৫। হৰিভক্তি বা হৰিনামত যে দেশ, কাল, জাতিৰ নিয়ম নাই আৰু হৰি সেৱা—স্থানত যে স্পৃশ্যা-স্পৃশ্যৰ বিচাৰ কৰিব নালাগে এইবিলাক বিধান তেতিয়াও নথকা নহয়।" (পৃঃ ৫৪৩)

দ্বাদশ শতিকাত ভাৰত জুৰি বৈষ্ণৱ ধৰ্ম্মৰ নব জাগৰণৰ সময়ত অসমতো ভক্তি ধৰ্ম্মৰ প্ৰবল বন্যাত ভাগৱতী ধৰ্ম্মৰ সুঁতিটি ফেনে-ফোটোকাৰে পাৰ বাগৰি পৰিল। এই সময়তে সাকাৰ উপাসক বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত কৃষ্ণাশ্ৰয়ী আৰু ৰামাশ্ৰয়ী এই দুই শাখাৰ উদ্ভৱ হয়। ৰামানন্দ, তুলসীদাস, কবীৰ প্ৰভৃতিয়ে ৰাম নামক আশ্ৰয় কৰি উত্তৰ ভাৰতত ভক্তিধৰ্ম্ম প্ৰচাৰ কৰে আৰু পূৰ্বভাৰতত চৈতন্যদেৱ, শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু, হৰিদেৱ, মাধৱদেৱ, প্ৰভৃতি ব্ৰহ্ম সম্প্ৰদায়ী বৈষ্ণৱসকলে কৃষ্ণনামৰ জৰিয়তে ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰে। ইয়াত চৈতন্যদেৱৰ পন্থত প্ৰেম ভক্তিয়ে প্ৰাধান্য লাভ কৰে আৰু কামৰূপৰ বৈষ্ণৱসকলে নৱবিধ ভক্তিৰ ভিতৰত বাৎসল্য, সখ্য আৰু দাস্য ভক্তিত

বেচি গুৰুত্ব আৰোপ কৰে।

শঙ্কৰদেৱৰ পাচত মাধৱদেৱে ইয়াত অলপ যোগ দি যেনে— নাম, ভকত আৰু ভগৱন্তৰ লগত গুৰু আৰু কিছু বিয়োগ দি, যেনে— ঈশ্বৰৰ সাকাৰত্ব আৰু নিত্য-নৈমিত্তিক বৈদিক কাৰ্য্য— মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰৱৰ্ত্তন কৰে। তেতিয়াৰ পৰা মহাপুৰুষীয়া সম্প্ৰদায় ব্ৰহ্ম সম্প্ৰদায়ৰ পৰা ফালৰি কাটি আচাৰ আৰু আচাৰ্য্য অনুসৰি নিকা, সংহতি পুৰুষ সংহতি আৰু কাল সংহতি নামে সামান্য পৰিৱৰ্ত্তনত তিনিটা উপ-শাখাত বিভক্ত হৈ পৰে।

মনিৰাম দেৱানে "বুৰঞ্জীবিবেক ৰত্নত" বিশ্লেষণ কৰামতে নাম আৰু কৰ্ম্ম উভয়তে আস্থা ৰাখি চলা সকল হ'ল পুৰুষ সংহতিৰ। এই পুৰুষ সংহতিৰ আচাৰ্য্য আছিল শঙ্কৰদেৱৰ দুই নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰ। প্ৰথমতে নাতি পুৰুষোত্তমে কোচ বিহাৰৰ ভেলা থানত আছিল যদিও পাচত তেওঁলোকে শঙ্কৰদেৱৰ আদি থান বৰদোৱাত বয় গৈ। মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত নৈষ্কৰ্ম্ম আৰু বিশেষ আচাৰত প্ৰৱৰ্ত্তন তেৰাই ধৰ্ম্মাধিকাৰৰ পদবী দিয়া আচাৰ্য্যসকলে মধুপুৰ, বৰপেটা, কমলাবাৰী আৰু সুন্দৰীদিয়া আদিত নিকা সংহতিৰ আচাৰ্য্য হৈ নিৰাকাৰ কল্পনাৰে কেৱল নাম-ধৰ্ম্ম প্ৰচাৰ কৰে। গোপালদেৱে তেওঁৰ শিষ্য আৰু তেওঁ

পতা আচাৰ্য্য সকলেৰে কেৱল গুৰুত নিষ্ঠা ৰাখি কাল সংহতিৰ প্ৰবৰ্ত্তন কৰে।

এওঁলোক উগ্ৰপন্থী আছিল আৰু ৰজাৰ লগত যুঁজ কৰি ৰাজ্যৰ ৰজা হবলৈও পিচহুহকা নাছিল। এই তিনি শাখাৰ বাহিৰেও মহাপুৰুষীয়া সম্প্ৰদায়ৰ শঙ্কৰদেৱৰ নাতি বোৱাৰীয়েক কনকলতা আইৰ পৰা আজ্ঞা পোৱা এটা বেলেগ ঠাল আছে। মহাপুৰুষীয়া ধৰ্ম্মত সাধাৰণতে শৰণ আৰু ভজন পৃথকভাৱে হয়; সেইবাবে বেছি ভাগৰে শৰণীয়া আৰু ভজনীয়া দুজন পৃথক গুৰু থাকে। ইয়াৰো বৰপেটা সত্ৰৰ বাহিৰে আন সত্ৰৰ অধিকাৰ ভোটৰ দ্বাৰা নিৰ্ব্বাচিত নহয়। সত্ৰৰ পূৰ্ব্বৰ অধিকাৰ বা মেধিয়ে নিজে নিৰ্ব্বাচন কৰে, কেৱল বৰপেটা সত্ৰতহে সমূহ ভকতৰ প্ৰতিনিধি হিচাবে ভোটৰ দ্বাৰা অধিকাৰ বা সত্ৰীয়া নিৰ্ব্বাচন কৰা হয়।

মহাপুৰুষীয়া, দামোদৰীয়া হৰিদেৱী তিনিও পন্থৰে ধৰ্ম্মৰ মূল হৈছে একশৰণ (ভাগৱতী) নাম-ধৰ্ম্ম। মহা-পুৰুষীয়া ধৰ্ম্মত বিষ্ণুমন্ত্ৰ মতেও দীক্ষাৰ প্ৰচলন নাই। কেৱল শৰণৰহে ব্যৱস্থা আছে। কিন্তু আন দুই পন্থত শৰণৰ বাহিৰেও বৈদিক ক্ৰিয়া-কাণ্ড মানা আৰু বিষ্ণু মন্ত্ৰত দীক্ষাৰ প্ৰচলন আছে আৰু উভয় পন্থৰ ভিতৰত এয়ে যে তফাত সেই সম্পৰ্কে বেজব ৈ ৫ম বছৰৰ

৭ম সংখ্যা বাঁহীৰ সম্পাদকৰ চ'ৰাৰ ৩৪৫ পৃষ্ঠাত জখলা-বন্ধা সত্ৰাধিকাৰৰ চতুৰ্থ বছৰৰ প্ৰথম বাঁহীত "পাঁচজনা দেৱ দামোদৰ" শীৰ্ষক প্ৰবন্ধৰ উল্লেখ কৰি লিখিছিল—"জখলাবন্ধা গোঁসাইৰ মতে দামোদৰ আৰু শঙ্কৰৰ ধৰ্ম্ম একে আৰু দুই ধৰ্ম্মৰ মিল আৰু অমিল এইখিনিতে যে, শঙ্কৰে দীক্ষা ( ভাগৱতী বৈষ্ণৱ দীক্ষা ) নিদিছিল। কাৰণ তেওঁ শূদ্ৰ দেখি হিন্দু শাস্ত্ৰমতে দীক্ষাৰ অধি-কাৰী নাছিল ; আৰু দামোদৰ দেৱ ব্ৰাহ্মণ দেখি দীক্ষাৰ অধিকাৰীহে তেওঁ শিষ্যক ( দীক্ষা অকল বিষ্ণু মন্ত্ৰতহে, শাক্ত, শৈৱ, সৌৰ গাণপত্যত নহয় ) দিছিল। দেৱ দামোদৰৰ ধৰ্ম্ম ভাগৱতী আৰু মহাপুৰুষীয়াৰো ধৰ্ম্ম ভাগৱতী—জখলাবন্ধা গোঁসায়ে সাত্বততন্ত্ৰ, পঞ্চ ৰাত্ৰ-তন্ত্ৰ, বৃহদেগৌতমি, শ্ৰীমদ্ভাগৱত আৰু ভট্টদেৱ কবিৰত্ন কৃত শৰণ মালিকা আদিৰ প্ৰমাণ দি ৺শ্ৰীশ্ৰীযুক্ত দক্ষিণ-পটীয়া গোস্বামীয়ে আগম-নিগম দুইমতে চলা আৰু শাক্ত, শৈৱ, সৌৰ, গাণপত্য মন্ত্ৰেৰে দীক্ষা দিয়া আৰু বলি কাটি দেৱী পূজা কৰা ইত্যাদি কথাৰ অসাৰত্ব দেখুৱাই যিবোৰ সাৰ কথা লিখিছে সেইবোৰ বাহুল্যৰ ভয়ত আমি ইয়াত নুতুলিলোঁ।" ধৰ্ম্মমত অধ্যায়ত এই বিষয়ে অলপ বহল আলোচনা কৰা হ'ব।

ব্ৰহ্ম সম্প্ৰদায় অৰ্থাৎ দামোদৰীয়া, হৰিদেৱী আৰু চৈতন্য পন্থীসকলে শ্ৰুতি আৰু স্মৃতি উভয়কে মানে

আৰু শৰণ সংহিতা শাস্ত্ৰমতে তেওঁলোকৰ শিষ্যই ৰুচি আৰু খুচিমতে শৰণ আৰু দীক্ষা দুয়োবিধ লোৱাৰ প্ৰথা প্ৰচলিত আছে। দীক্ষা কেৱল বিষ্ণু মন্ত্ৰতহে চলে। ইয়াত শৰণ ভজন একেজন গুৰুৱে দিয়ে।

ইয়াৰ সত্ৰবিলাকক সংসঙ্গী সত্ৰ বোলে। এই সত্ৰবিলাকত অধিকাৰ নিৰ্ব্বাচন পূৰ্ব্বৰ অধিকাৰে সাধাৰণতঃ বংশৰ ভিতৰৰ পৰাই কৰে আৰু মালা নিৰ্ম্মালি দি ভকত আৰু আন সত্ৰৰ গোঁসাইসকলৰ উপস্থিতিত সেই কাৰ্য্য সম্পন্ন কৰা হয়। ব্ৰাহ্মণত বাজে অব্ৰাহ্মণক মেধি বা অধিকাৰৰ পদবী দিয়া নিয়ম একমাত্ৰ মনোহৰ আৰু তিলাৰায়ৰ বাহিৰে এই পন্থত নাই। তেওঁলোক দুজনে কেৱল শৰণহে দিব পাৰিছিল, দীক্ষা দিব নোৱাৰিছিল। বংশী গোপালদেৱ চলাৰ আগতে সেইবাবে এদিন প্ৰসঙ্গৰ অন্তত বৈষ্ণৱ ভকতসকলক তেওঁ এইদৰে কৈছিল—“আমাৰ আৰু বেচি দিন নাই, ভৱিষ্যতে আমাৰ সত্ৰখনি কোনে পালন কৰিব ? মিশ্ৰ দেৱ গৃহস্থী হ'ল, শ্ৰীহৰি বৃদ্ধ। ৰামচৰণ যদিও উপযুক্ত কিন্তু তেওঁ শূদ্ৰ। জয় হৰিয়ে গীতা, ভাগৱত আদি শাস্ত্ৰ পঢ়িব নোৱাৰিলে। নিৰঞ্জন আৰু বনমালী কম বয়সীয়া। এইবাবে ঈশ্বৰ কৃষ্ণহে সকলো কৰোঁতা।” ●

(বাঁহী ৫ম বছৰ, ২য় সংখ্যা পুহ ১৮৩৫।)

# তৃতীয় অধ্যায়

## **ৰংশ আৰু জন্ম বৃত্তান্ত**

গৌৰেশ্বৰ আৰু কমতেশ্বৰে মিত্ৰতা কৰাৰ পিচত কমতেশ্বৰে গৌৰেশ্বৰত কেঘৰমান উত্তম ব্ৰাহ্মণ আৰু কায়স্থ দিবলৈ অনুৰোধ কৰাত গৌৰেশ্বৰে কমতেশ্বৰক ৭ ঘৰ ব্ৰাহ্মণ আৰু ৭ ঘৰ কায়স্থ লোক দিছিল। ব্ৰাহ্মণ কেইঘৰৰ কোনোৱে ৰাজসভাৰ পণ্ডিত, কোনোৱে ৰাজ বিষয়া আৰু কোনোৱে ভূম্যধিকাৰী হৈ চলিছিল। কায়স্থ কেইঘৰে কোনোৱে কায়থালি শিক্ষকতা আৰু বেচিভাগে ভূম্যধিকাৰী বা ভূঞা আছিল।

কায়স্থ কেইঘৰৰ কোনো কোনোৱে ৰাজধানীত আৰু বাকীসকলে দেশৰ নানা ঠাইত বসতি কৰি নিজ বিষয় ভোগ কৰিছিল। ব্ৰাহ্মণসকলেও ঠায়ে ঠায়ে নিজ বিষয় ভোগ কৰি আছিল। এওঁলোক আটায়ে কণৌজৰ লোক আছিল।

## দেৱ দামোদৰ গুৰু

সিচৰিতভাৱে বাস কৰাৰ সময়ত শঙ্কৰদেৱৰ পূৰ্ব্ব-পুৰুষগণ হাজোৰ ওচৰত মাগুৰি গাওঁত বাস কৰিছিল আৰু দেৱ দামোদৰৰ গুৰুৰ পূৰ্ব্বপুৰুষগণ হাজোৰ ওচৰৰ ৰত্নেশ্বৰ গাওঁত বসতি কৰি আছিল। তেতিয়াৰ পৰাই তেওঁলোকৰ চিনা পৰিচয় আৰু পৰস্পৰৰ ভিতৰত মিত্ৰতা আছিল। মুছলমানে কামৰূপ ৰাজ্য আক্ৰমণ কৰাৰ সময়ত শঙ্কৰদেৱৰ উপৰি পুৰুষসকল নানা ঠাইত ঘূৰি ফুৰি শেষত নগাওঁৰ বৰদোৱাত বয়গৈ। সেই সময়তো দেৱ দামোদৰ গুৰুৰ পূৰ্ব্বপুৰুষগণ হাজোৰ ৰত্নেশ্বৰ গাওঁত আছিল।

শেষত ৰাজ্য বিদ্ৰোহত থাকিব নোৱাৰি তেওঁ-লোকেও ৰত্নেশ্বৰৰ পৰা আঁতৰি গৈ তেওঁলোকৰ পূৰ্ব্ব পৰিচিত বন্ধু শঙ্কৰদেৱৰ পুৰ্ব্বপুৰুষসকলে বসতি কৰি থকা বৰদোৱাৰ ওচৰতে নলথঙা বা নলচা গাওঁত বসতি কৰিবলৈ ধৰে। দেৱ দামোদৰ গুৰু কমতালৈ অনা কণৌজ দেশীয় ব্ৰাহ্মণৰ সন্ততি। তেওঁৰ পিতৃ সদানন্দ, পিতামহ সিদ্ধানন্দ আৰু প্ৰপিতামহ কৃষ্ণানন্দ আছিল।

শঙ্কৰদেৱ বংশৰ কুলপুৰোহিত সেই কণৌজীয়া ব্ৰাহ্মণ ৰতিপতি মিশ্ৰ ( ৰাম ৰাম গুৰু )ৰ পূৰ্ব্বপুৰুষগণো শঙ্কৰদেৱৰ উপৰি পুৰুষৰ লগত একেলগে গৈ বৰদোৱাত বাস কৰিছিল।

# দেৱ দামোদৰ গুৰু

প্ৰত্যেক মহাপুৰুষকে মানুহে ঈশ্বৰৰ অৱতাৰ বুলি ধৰে, কাৰণ তেওঁলোকে অলৌকিক আৰু অতি মানবিক কাম কৰি সমাজৰ ডেওনা পাৰহৈ তাৰ ওপৰত থিয় হ'ব পাৰে। সমাজ আৰু সমাজৰ ভিতৰত থকা মানুহৰ ভিতৰত অচ্ছেদ্য সম্বন্ধ থাকিলেও আৰু উভয়ে উভয়ক গঢ়া-পিটা কৰিলেও এনে ধৰণৰ মহাপুৰুষসকলে কষ্টি পাথৰৰ দৰে সমাজকহে ঘঁহি-মাজি মাৰ্জ্জিত কৰে; তেওঁলোকে নিজ আফৰত সমাজক পুৰি পঢ়ি তোলে কিন্তু, নিজে সমাজৰ আফৰত নোসোমায়। আমাৰ শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু প্ৰভৃতি ধৰ্ম্মগুৰু সকলো এনেবিধৰ অতি মানবিক লোক আছিল। তেওঁলোকে সমাজ গঢ়িছিল; কিন্তু সমাজে তেওঁলোকক চাব দিব নোৱাৰিলে এনেবোৰ কাৰণৰ বাবেই আমি তেওঁলোকক মহাপুৰুষ বোলোঁ আৰু ঈশ্বৰৰ অৱতাৰ বুলি মানো। তেওঁলোক আমাৰ দৰে সাধাৰণ মনৰ মানুহ হোৱা হলে সমাজৰ আফৰে তেওঁলোককো নিজ গঢ়ত নগঢ়ি নেৰিলেহেঁতেন।

সমাজ দুৰ্ব্বল হলেই সমাজৰ লোকৰ মনো দুৰ্ব্বল হয় আৰু তেনে সময়তে সমাজ বান্ধোন ঢিলাহৈ সমাজত নানা প্ৰকাৰ কুকৰ্ম্ম আৰু ব্যভিচাৰ চলিব ধৰে। এনে-কুৱা সন্ধিক্ষণতে স্বধৰ্ম্ম ৰক্ষা কৰিবলৈ আৰু অধঃপতিত

সমাজক সৎপথলৈ পৰিচালিত কৰিবলৈ গীতাত কোৱা—

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্।

বাক্য অনুসৰি এই মহাপুৰুষসকল আবিৰ্ভাব হয়।

এনেবোৰ কাৰণৰ হেতুকেই দেৱ দামোদৰ গুৰুকো ঈশ্বৰৰ অৱতাৰ বুলি ধৰা হয় আৰু নানান পৌৰাণিক আৰু অলৌকিক গল্প তেওঁৰ গাত খটোৱা হয়। পুৰণি চৰিত্ৰ পুথিত তেওঁ ওপজাৰ দুটা কাৰণ দিছে। তাৰে এটা হৈছে লুভীয়া ইন্দ্ৰই কলুষিত কৰা গৌতমৰ বংশ উজ্জ্বল আৰু পবিত্ৰ কৰা আৰু আনটো হৈছে পুত্ৰজ্ঞান কৰি মুক্তি নোপোৱা সদানন্দ আৰু সুশীলাৰূপী বসুদেৱ দৈৱকীক মুক্তি দিয়া।

যি কি নহওঁক এইবোৰ কবিৰ কল্পনা বুলি ধৰি ললেও সৎ পুত্ৰ কুলৰ চাকি যে তাত অকণো সন্দেহ নাই। পৌৰাণিক ঘটনাৱলীৰ বেচি অৱতাৰণা নকৰি যদি তেওঁৰ কাৰ্য্যকলাপলৈ লক্ষ্য কৰা যায় সেয়ে তেওঁৰ মহাপুৰুষত্ব প্ৰতিপন্ন কৰাৰ বাবে যথেষ্ট হ'ব।

দ্বিজ কৃষ্ণ দাসে ৰচা সন্ত চৰিতত গৌতমৰ পৰা একৈশ পিৰিৰ পাচত দেৱ দামোদৰ গুৰুৰ জন্ম হোৱা বুলি লিখা আছেঃ—

গৌতমৰ পুত্ৰ নাতি অনুক্ৰমে ভৈলা।
একাধিক বিংশতি পুৰুষ বহি গৈলা ॥

কৃষ্ণ মিশ্ৰই কৰা দামোদৰ চৰিত্ৰতো গৌতমৰ পৰা একৈশ পিৰিৰ পাচত দেৱ দামোদৰ গুৰু ওপজা বুলি পোৱা যায়—

একৈশ পুৰুষ অন্তৰে দামোদৰ।
তান জন্ম কথা আবে শুনা নিৰন্তৰ ॥

নীল কণ্ঠ আৰু ৰাম ৰায় লিখা শ্ৰীশ্ৰীদামোদৰ দেৱ চৰিত্ৰ আৰু সন্ত যশাৱলী বা গুৰু লীলাত গৌতমৰ মাত্ৰ এঘাৰ পুৰুষ পাচত দেৱ দামোদৰ গুৰুৰ জন্ম বুলি লিখিছে আন এজনে এশ পুৰুষ পাছে বুলি লিখিছে—

গৌতমৰ পৰা শত পিৰিৰ অন্তত।
সদানন্দ গৃহে প্ৰভু ভৈলন্ত বেকত ॥
(আসাম বান্ধব দ্বিতীয় বছৰ।)

পুৰুষ বা পিৰি গণনাৰ কোনো প্ৰশ্ন ইয়াত নাহে, কেৱল দেৱ দামোদৰ গুৰু গৌতম বংশত উপজিছিল বা তেওঁ গৌতম গোত্ৰীয় আছিল বুলিলেই যথেষ্ট। পিৰিৰ সংখ্যা গণনা কবি কল্পিত মাত্ৰ।

দেৱ দামোদৰ গুৰুৰ পূৰ্ব্ব পুৰুষ আগেয়ে হাজোৰ ওচৰৰ ৰত্নেশ্বৰ গাওঁত বাস কৰিছিল পাচত ৰাজ্য বিভ্ৰাটত তাৰ পৰা ভাগি গৈ নগাওঁ জিলাৰ বৰদোৱাৰ দক্ষিণে

থকা তেতিয়াৰ (অধুনালুপ্ত) নলচা গাওঁত থিতাপি লাগে। তাৰো আগৰ পৰাই শঙ্কৰদেৱৰ উপৰি পুৰুষ সকলৰ লগত এওঁলোকৰ ইষ্টতা আছিল। এই নলচা গাওঁতে দেৱ দামোদৰ গুৰুৰ জন্ম হয়। কোনো কোনোৱে দেৱ দামোদৰ গুৰু পাটবাউসীৰ আছিল বুলি কব খোজে যদিও সেইটো সঁচা নহয়। তেওঁৰ আটাইকেইখন চৰিত্ৰ পুথি আৰু হৰিদেৱ চৰিত্ৰতো তেওঁৰ জন্মস্থান নলচা বুলিহে পোৱা যায়।

তৃতীয় বছৰৰ ৭ম আৰু ৯ম সংখ্যা বাঁহীৰ ৩৩৫ আৰু ৪২৬ পৃষ্ঠাত "দামোদৰ দেৱ কেইজনা" আৰু "দক্ষিণপাট সত্ৰলৈ দ্বিতীয় চিঠি" প্ৰবন্ধত আৰু শঙ্কৰদেৱ চৰিত্ৰতো দেৱ দামোদৰ গুৰু নলচাৰ আছিল বুলি উল্লেখ থকা দেখা যায়। বাঁহীৰ ৪২৬ পৃষ্ঠাত আছে ঃ—

"শঙ্কৰদেৱৰ জীৱনীমতে দামোদৰ দেৱৰ এনেদৰে লিখা আছে। বৰদোৱাৰ ওচৰৰ নলচা গ্ৰামত গৌতম গোত্ৰৰ সদানন্দ ব্ৰাহ্মণৰ কনিষ্ঠ পুত্ৰ হৈ ১৪২০ শকত দামোদৰ দেৱ জন্ম গ্ৰহণ কৰে আৰু শঙ্কৰদেৱে তেওঁৰ "দামোদৰ" নাম ৰাখে। অৱশেষত কছাৰী বিভ্ৰাটত থাকিব নোৱাৰি শঙ্কৰদেৱে বেলগুৰিত সত্ৰ পাতিলে। সদানন্দইও সেই বিভ্ৰাটত থাকিব নোৱাৰি গুৱাহাটী অঞ্চলৰ ব্যাসকুছিত ঘৰ তুলিবাৰ লগে। বিভ্ৰাটৰ ত্ৰিশ

বছৰ পাছত ৺শঙ্কৰদেৱ মাধৱদেৱসহ পাটবাউসীত সত্ৰ পাতি থাকে, তাতে দামোদৰদেৱক দেখা পাই পূৰ্ব্ব কথা স্মৰণ হলত দুয়োৰে মিলন হয়।" দেৱ দামোদৰ গুৰুৰ জন্মস্থান সম্পৰ্কে তেওঁৰ সমসাময়িক প্ৰধান শিষ্য খুদিয়াৰ কবিৰত্ন গোপালদেৱৰ ঘোষা ৰত্নত আছে ঃ—

মনিকুত পৰ্ব্বতৰ পূৰ্ব্বে    কৃষ্ণ দামোদৰ বিপ্ৰৰূপে
কলিত হৈবন্ত সন্তৰূপে অৱতাৰ।
পুৰাণত ব্যাসে কহি আছে    কল্কি অৱতাৰ হৈব পাচে
কৃষ্ণৰ ভকতি কৰিবে যিটো বিস্তাৰ॥
পাচে কামপীঠে কৰি বাস    কৃষ্ণ পাদপদ্ম কৰি আশ
কলিত কেৱল ভক্তি মাৰ্গ প্ৰবৰ্ত্তাই।
পুনৰপি ৰত্নপীঠে যায়া    অসংখ্যাত জীৱ নিস্তাৰিয়া
নিজ স্বৰূপক লভিবন্ত নাম গাই॥

এই নলচা গাওঁতে সদানন্দৰ ঔৰষত সুশীলা দেৱীৰ গৰ্ভত ১৪১০ শকৰ ফাগুন মাহৰ শুক্লা একাদশীত দেৱ দামোদৰ গুৰুৱে জন্ম গ্ৰহণ কৰে। বুদ্ধদেৱ ওপজিবৰ সময়ত শুক্ল বৰ্ণৰ হাতীয়ে সপোনত মায়াদেৱীক স্থান খোজাদি দেৱ দামোদৰ গুৰু জন্মাৰ আগতে সুশীলা দেৱীয়েও এজন বামুণে তেওঁৰ ওচৰত থকা ঠাই খোজা সপোন দেখিছিল। মহাপুৰুষ মাত্ৰৰে জন্মৰ সময়ত এনেকুৱা অলৌকিক ঘটনাৰ সমাৱেশ দেখা যায়।

গুৰুলীলা, কৃষ্ণমিশ্ৰৰ দামোদৰ চৰিত্ৰ আৰু নীল কণ্ঠৰ শ্ৰীশ্ৰীদামোদৰ দেৱ চৰিত্ৰত দেৱ দামোদৰ গুৰুৰ নাম শঙ্কৰদেৱেই ৰাখা বুলি উল্লেখ আছে। কৃষ্ণ মিশ্ৰ আৰু নীল কণ্ঠৰ চৰিত্ৰমতে ঃ—

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰক কৈলা।
শুনিয়া শঙ্কৰে অতি আনন্দ লভিয়া ॥
বৈকুণ্ঠৰ পতি তযু পুত্ৰ ভৈলা জাত।
দামোদৰ নাম হৈব জগতে প্ৰখ্যাত ॥

গুৰুলীলাত আছে ঃ—

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰে শুনিয়া।
পূৰ্ব্ব কথা স্মৰি সিটো আনন্দ লভিয়া ॥
দামোদৰ নাম শঙ্কৰেও উচ্চাৰিলা।
দামোদৰ নাম থৈবা শঙ্কৰে বুলিলা ॥
অকস্মাত দামোদৰ আসিয়া মুখত।
শুনিয়োক দ্বিজবৰ কহোঁ স্বৰূপত ॥
জগতৰ পতি তযু পুত্ৰ ভৈলা জাত।
দামোদৰ নাম হৈব লোকত প্ৰখ্যাত ॥
মোৰ মুখে আসিলেক নাম দামোদৰ।
দামোদৰ নাম হৌক তোমাৰ পুত্ৰৰ ॥

আচলতে সদানন্দ আৰু শঙ্কৰদেৱৰ মাজত আগৰ পৰাই মিলাপ্ৰীতি থকাত সদানন্দৰ পুত্ৰৰ নামাকৰণৰ সময়ত

শঙ্কৰদেৱ উপস্থিত আছিল আৰু দৈৱজ্ঞই গণনা কৰি ‘দ’ আখৰৰ নাম খোজাত শঙ্কৰদেৱে ‘দামোদৰ’ নাম সমৰ্থন কৰিছিল। বাঁহীত প্ৰকাশ হোৱা “গুৰু চৰিত্ৰ” ‘কথা গুৰু চৰিত’ আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ‘শঙ্কৰদেৱত’ ১৪১১ শকত মাধৱদেৱৰ জন্মৰ সময়ত শঙ্কৰ-দেৱে প্ৰথমবাৰ তীৰ্থ পৰ্য্যতনলৈ গৈ বৃন্দাবনত থকা বুলি লিখা আছে। গতিকে ১৪১০ শকত দেৱ দামোদৰ গুৰুৰ জন্মৰ সময়ত শঙ্কৰদেৱ উপস্থিত থকা আৰু দামোদৰ নাম ৰখা কথাটি অসঙ্গত যেন লাগে; কিন্তু চৰিত্ৰ পুথি ভালকৈ ফঁহিয়াই চালে ই যে অসঙ্গত নহয় তাৰ প্ৰমাণ পোৱা যায়। গুৰু চৰিতৰ এঠাইত আছে যে শঙ্কৰদেৱ আলি পুখুৰীত ২০ বছৰ আৰু বৰদোৱাত ৭ বছৰ থকাৰ পাচত প্ৰথমবাৰ তীৰ্থলৈ গৈ তাত ১২ বছৰ আছিল এই বছৰবোৰ যোগ কৰাত ৩৯ বছৰ হয়। যদি ১৩৭১ শকত শঙ্কৰদেৱৰ জন্ম তেনেহলে ১৩৭১ + ৩৯ = ১৪১০ শকত শঙ্কৰদেৱ তীৰ্থৰ পৰা উভতি আহে। সেইবাবে ১৪১০ শকৰ শেষ ভাগত তেওঁ দেৱ দামোদৰ গুৰুৰ জন্ম কথা শুনা একো আচৰিত নহয়। বৰপেটাৰ কথা গুৰু চৰিত মতে শঙ্কৰদেৱ এইবাৰ আঘোন মাহত তীৰ্থৰ পৰা উভতি আহে।

শঙ্কৰদেৱৰ চৰিত্ৰমতে তেওঁ ২৫ বছৰ বয়সত গাওঁমৌত গোমস্তা হয় আৰু তাৰ এবছৰ পিচত হৰি প্ৰিয়াৰ মাক ঢুকায়। তাৰ পাচতে পিতামহ ঢুকোৱাত তীৰ্থলৈ যায়। তেওঁৰ পত্নী ঢুকোৱাৰ এবছৰ পিচত যদি পিতামহ ঢুকায় তথাপি তেওঁ ২৭ বছৰ বয়সতে তীৰ্থলৈ যোৱাটো সঁচা হয়। কামৰূপলৈ অহা শক নিৰূপন প্ৰসঙ্গত ইয়াক বহলাই আলোচনা কৰা হব। আৰু যদিহে কোনো কোনো চৰিত্ৰ লিখক আৰু চৰিত্ৰত দিয়া মুঠ আয়ুসৰ হিচাব চোৱা যায় তেনেহলে শঙ্কৰ-দেৱৰ বয়স ১০৫ বছৰ হয় (বন গঞা গিৰিও হৰিদেৱ চৰিতত তেওঁৰ আয়ুস কাল ১০৫ বছৰ বুলি লিখিছে) আৰু তেতিয়াহলে শঙ্কৰদেৱৰ জন্মৰ শক ১৩৮৫ হয়। এইদৰে ধৰি হিচাব কৰিলে শঙ্কৰদেৱ প্ৰথমবাৰ তীৰ্থ-যাত্ৰাৰ আগতে দেৱ দামোদৰ গুৰুৰ জন্ম হৈছিল আৰু সেইকাৰণে শঙ্কৰদেৱ তেওঁৰ জন্মৰ সময়ত আনন্দ পোৱা, উপস্থিত থকা বা তেৱেঁই সেই নাম ৰখাটো অসম্ভৱ নহয়।

সেয়ে যি কি নহওঁক সদানন্দ আৰু শঙ্কৰদেৱৰ মাজত সদ্ভাৱ থকা কথাটি নুই কৰিব নোৱাৰি। তেতিয়া শঙ্কৰদেৱক নজনা লোক অসমত নাছিল বুলিলেই হয় তেনেস্থলত ওচৰা ওচৰি গাওঁত থকা বিষ্ণু ভক্ত সদানন্দই

যে শঙ্কৰদেৱক নিচিছিল বা তেওঁৰ লগত কথা বাৰ্ত্তা নাছিল ই হবই নোৱাৰে। সন্ত বংশাৱলীত আছে ঃ—

"সিদ্ধানন্দ পুত্ৰ যিটো গুৰু কুসুমৰ।
তাহান পুত্ৰৰ পুত্ৰ দেৱ দামোদৰ ॥"
(বাঁহী তৃতীয় বছৰ, ১০ম সংখ্যা পৃষ্ঠা ৪৫৮)

সৰুৰে পৰা যে শঙ্কৰদেৱ আৰু দামোদৰ দেৱৰ চিনা জনা আছিল তাক তেওঁলোকৰ সমসাময়িক কবি ভট্টদেৱৰ বৰগীততো পোৱা যায় ঃ—

লোক মুখে শুনিলন্ত কথা ছৱালৰ।
শঙ্কৰৰ ভৈলা অতি হৰিষ অন্তৰ ॥

বৰদোৱা আৰু নলচাত থকা কালৰে পৰা তেওঁলোকৰ ভিতৰত পৰিচয়, যোৱা অহা আৰু ইষ্টতা আছিল।

গুৰুলীলাত আছে ঃ—

"কতো দিনে দামোদৰ সমৰ্থ ভৈলন্ত।
পিতৃৰ লগত শঙ্কৰৰ পাশে যান্ত ॥ ১২৩
কোনো বেলা একেশ্বৰে যান্ত দামোদৰ।
তাঙ্ক দেখিবাক কতে আসয় শঙ্কৰ ॥
শঙ্কৰ সহিতে কতো মনত হৰিষ।
দিনগোট বসি থাকে কথা মাত্ৰ ৰসে ॥ ২৪
এহিমতে দামোদৰ শঙ্কৰ সহিতে।

ইষ্টতা বাঢ়িল পাচে দুহান তহিতে ॥
শঙ্কৰেও কোন বেলা তান গৃহে যান্ত ।
দেখি সদানন্দে অতি হৰিষ লভন্ত ॥ ১২৫
এহিমতে তথাত আছন্ত দ্বিজবৰ ।
বিবাহ কৰিলা পাচে কনিষ্ঠ পুত্ৰৰ ॥”

দেৱ দামোদৰ গুৰু এজনা বৰ শুৱনী পুৰুষ আছিল। ভট্টদেৱে তেওঁৰ অঙ্গ প্ৰত্যঙ্গ বৰ্ণাই আৰু গুণাৱলী বৰ্ণাই গুৰু ভট্টিমা এটি লিখি গৈছে ঃ—

“জয় জগদীশ্বৰ প্ৰভু দেৱ দামোদৰ
যাকেৰি সম নাহি কেৱ ।
সাধুজন ৰঞ্জন ভকতি পৰায়ণ
তাহেক কৰঁহু শত সেৱ ॥
দিনকৰ কিৰণ বিকশিত পঙ্কজ
নিন্দিত চৰণ দুতয় ।
যাহেক হৃদিগত কৰিয়া ৰসিক সৱ
নিৰ্ম্মল মনত চিন্তয় ॥
গজ ভুজ ধিক্কৃত ৰাম কদলী জিত
কোমল উৰু যুগ ঠাম ।
বৰ্ত্তুল কটিতট কঙ্কালে পৰিধৃত
পীত বসন অনুপাম ॥

উদৰ কৃশতৰ নাভি সৰোবৰ
ঊৰ্দ্ধে বিৰাজে তিনি ৰেখ।
স্কন্ধত নৱ গুণ উত্তৰী পৰিধান
বহল হৃদয় বিশেষ॥
গৌৰ কলেবৰ মূৰতি ৰুচিকৰ
বাসুকী সমভুজ দণ্ড।
চম্পক কলি সম অঙ্গুলী নখ গণ
ৰশ্মি হৰ্ষিত শশী খণ্ড॥
তুলসী তৰুবৰ নিৰ্ম্মিত মনোহৰ
দশ শত বীজ জপ মালা।
গলে গজ মৌক্তিক সাত সাৰী লজ্জিত
অম্লান পঙ্কজ মালা॥
চিবুক বিলসতি ৰক্ত অধৰ গতি
সুবিমল পাতল গণ্ড।
উন্নত তিল ফুল নাসিক নিৰ্ম্মল
দাড়িম্ব বীজোপম দন্ত॥
মলয়জ চন্দন তিলক বিতোপন
উজ্জ্বল বদন বিকাশ।
গম্ভীৰ জলধৰ ভাষণ সুমধুৰ
সজল জলদ জিনি কেশ॥

হেনয় ৰূপ ধৰ ত্ৰিজগতে ঈশ্বৰে
পতিতক তাৰণ কাম।
গৌতম মুনিৰাজ প্ৰাৰ্থনা কৰি বাজ
প্ৰচাৰিলা তাৰক নাম ॥
শ্ৰুতি পথ খণ্ডন পাষণ্ড বহুজন
মত ভেদ কৰি মহাযত্ন।
পাৰিষদ সঙ্গে বসি মহা ৰঙ্গে
প্ৰচাৰিলা হৰি নাম ৰত্ন ॥
ঈদৃশ নিজগুৰু ভকতৰ কল্পতৰু
পদৰজ ভাবিয়া সদায়।
পৰাশৰ কুলে জাত দ্বিজ ভট্টদেৱ খ্যাত
পৰমানন্দে ৰসে গায় ॥”

কৃষ্ণ মিশ্ৰ দ্বিজেও তেওঁৰ চৰিতত লিখিছে:—
“লোকৰ আনন্দ অতি বালকক দেখি
পথৰ পথিকে চান্ত আনন্দে নিৰেখি ॥”

নীলকণ্ঠ দাসেও তেওঁৰ চৰিতত বৰ্ণনা কৰিছে:—
সুদীৰ্ঘ অঙ্গুলী চয় ৰক্ত পদতল।
কম্বু কণ্ঠ সুচাৰু বহল বক্ষস্থল ॥
উদৰত তিনি ৰেখা জ্বলে অতিশয়।

নাভি সৰোবৰ যেন প্ৰকাশ কৰয় ॥
পদ্মকলি সমনেত্ৰ নাসা তিল ফুল
ৰক্ত কোকনদ কৰ্ণ ওষ্ঠ বিশ্ব ফল।
সুদীৰ্ঘ আজানু কৰ দীৰ্ঘ পদদ্বয়।
বিংশতি অঙ্গুলি নখে চন্দ্ৰ প্ৰকাশয় ॥
যাক দেখি ভকতৰ সন্তোষ মিলয় ॥

উপযুক্ত বয়সত দেৱ দামোদৰ গুৰুৱে তেতিয়াৰ খ্যাত-নামা অধ্যাপক কলাপ চন্দ্ৰ ভট্টচাৰ্য্যৰ (শঙ্কৰদেৱৰ কোনো চৰিত পুথিমতে এওঁ শঙ্কৰদেৱৰো শিক্ষাগুৰু আগৰ নাম মহেন্দ্ৰ কন্দলী আছিল) ওচৰত বিদ্যা শিক্ষা কৰিছিল। অলপ দিনৰ ভিতৰতে তেওঁ নানা শাস্ত্ৰ অধ্যয়ন কৰি বেদ, বেদান্ত, গীতা, ভাগৱত আদি শাস্ত্ৰত প্ৰগাঢ় জ্ঞান লাভ কৰি লগৰ ছাত্ৰ "সমস্ততে কৰি শ্ৰেষ্ঠ ভৈলা ॥" এইদৰে গীতা, ভাগৱত, বেদ, বেদান্তাদি শাস্ত্ৰ অধ্যয়ন কৰাত সৰু কালৰে পৰা তেওঁৰ মনত পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ বীজ অঙ্কুৰিত হয়।

নলচাত থাকোঁতেই দেৱ দামোদৰ গুৰুৱে শঙ্কৰ দেৱৰ লগত শাস্ত্ৰ আৰু ধৰ্ম্মালোচনা কৰিছিল আৰু

পবিত্ৰ ভাগৱতী ধৰ্ম্ম প্ৰচাৰত উভয়ে ব্ৰতী হৈছিল। তাৰ পাচত ষোল বছৰ বয়সত বিবাহ কৰায় বুলি চৰিতত উল্লেখ আছে। বিয়াৰ কিছুদিন পাচত তেওঁৰ পিতাক আৰু ডাঙৰ ভায়েক দুজনৰ পৰলোক প্ৰাপ্তি ঘটে। ১৭ বছৰ বয়সত তেওঁ নলচাৰ পৰা কামৰূপলৈ আহি তেওঁলোকৰ আদি বাসস্থান হাজোৰ ওচৰৰ ৰত্নেশ্বৰ গাওঁত থাকে। কামৰূপলৈ অহাৰ অলপ আগতে নলচাতে তেওঁৰ মাতৃদেৱী সুশীলাও স্বৰ্গী হয়।





# চতুৰ্থ অধ্যায়।

## কামৰূপ আগমন।

চুহুন্মুং ৰজাৰ দিনত হাতীধৰা বা ভূঞাধৰা গন্দ-গোল লাগে আৰু শঙ্কৰদেৱ আদিয়ে ৰাজ নিগ্ৰহত বৰদোৱা এৰে। তেওঁলোক স্থানান্তৰ হোৱাৰ সময়ত দেৱ দামোদৰ গুৰুকো লগ ধৰিছিল কিন্তু তেওঁৰ মাতৃ বিয়োগ হোৱাৰ বাবে মাতৃশ্ৰাদ্ধ কৰি কিছুদিন পাচতহে আহে।

ভট্টদেৱৰ বৰগীতত আছে ঃ—

"মাতৃশ্ৰাদ্ধ কৰো বুলি শঙ্কৰে পুছিলা।
ছয় মাহ অন্তৰে প্ৰভু ভাটীয়ে আহিলা ॥"

গুৰুলীলা দামোদৰ দেৱ চৰিতত আছে ঃ—

"পশ্চিমক আমি যাওঁ শঙ্কৰে জনাইলা।
আমিও যাইবো দামোদৰেও বুলিলা ॥

ই ঠাইত মাতৃ শ্ৰাদ্ধ কৰো সমাপত।
হেন শুনি শঙ্কৰৰ হৰিষ মনত ॥"

কৃষ্ণ মিশ্ৰৰ দামোদৰ দেৱ চৰিতত আছে:—

"দামোদৰে মাতৃ কৰ্ম্ম কৰিবাক চান্ত।
লাগিলেক ভূঞা ধৰা আসাম ৰাজ্যত॥ ১০৩
আমি পাচে যাইবো দামোদৰেও বুলিলা॥
ইঠাইত মাতৃ কাৰ্য্য কৰি সমাপত।
হেন শুনি শঙ্কৰৰ হৰিষ মনত॥" ১০৪

দেৱ দামোদৰ গুৰুৱে ভটীয়াই আহি প্ৰথমতে তেওঁৰ আদি গাওঁ হাজোৰ ওচৰৰ ৰত্নেশ্বৰত থাকি তাৰ মনিকুট পৰ্ব্বতত থকা হয়গ্ৰীৱ মাধৱৰ মন্দিৰলৈ অহা যোৱা কৰোঁতে তাতে প্ৰথমে চৈতন্যদেৱক লগ পাইছিল:—

"বৰাহ কুণ্ডত পূৰ্ব্বে চৈতন্য আহিলা।
মনিকুটে দুয়োজনে সম্ভাষণ হৈলা॥
পৰম আনন্দে দুয়ো দুইকো আস্বাশিলা।
তথা হন্তে শ্ৰীচৈতন্য জগন্নাথে গৈলা॥ ৰামৰায়
বৰাহ কুণ্ডে নৌকা ৰাখি মনিকুটে গৈলা।
চৈতন্য সহিতে প্ৰভু আলাপ কৰিলা॥
ভট্টদেৱ (বৰগীত)

প্ৰেমালাপে দুইজন (চৈতন্য আৰু দামোদৰ)
সন্তোষিত হৈলা।
তাত পৰে শ্ৰীচৈতন্য জগন্নাথে গৈলা॥

বহুতে এই কথাখিনি স্বীকাৰ কৰিব নোখোজে। কিন্তু চৈতন্য চৰিতত লিখা আছে যে যেতিয়া তেওঁ পঢ়াশালি পাতি ছাত্ৰ পঢ়ুৱাইছিল আৰু জনসমাজত নৈয়ায়িক নিমাই পণ্ডিত নামে জনাজাত আছিল তেতিয়া তেওঁ তেওঁলোকৰ আদি বাসস্থান শ্ৰীহট্ট আদি পূৰ্ব্বাঞ্চললৈ ফুৰিব আহিছিল। এই সময়তে তেওঁ কামৰূপ অঞ্চললৈকেও আহি কামাখ্যা, মাধৱ, জনাৰ্দ্দন, উমানন্দ আদি নামজ্বলা তীৰ্থস্থানবোৰ যে চাইছিল ই এক প্ৰকাৰ স্বতঃ সিদ্ধ।

হাজোত আজিকালিও চৈতন্যৰ গুহা নামে এটি পৰ্ব্বতৰ গুহা আছে। শৰণ সংহিতাৰ মুখবন্ধৰ ১১ পৃষ্ঠাত শ্ৰীযুত উমাকান্ত গোস্বামীয়ে লিখিছে:—

"অসম পুৰাতত্ব বিভাগৰ সংৰক্ষিত লণ্ডনৰ ইণ্ডিয়া অফিচত থকা এখন পুৰণি অসম বুৰঞ্জীৰ প্ৰতিলিপিত শ্ৰীচৈতন্যদেৱ হাজোলৈ অহা কথাৰ স্পষ্ট উল্লেখ আছে।" চৈতন্যদেৱে এই গুহাত বাস কৰিছিল আৰু সেইবাবেই ইয়াৰ নাম চৈতন্য গুহা হৈছে। এই

সময়তেই দেৱ দামোদৰ গুৰুৰ দেখা দেখি আৰু আলাপ আলোচনা অসম্ভৱ বা আচৰিত মানিব লগীয়া নহয়।

অসমৰ পণ্ডিত প্ৰবৰ মহা মহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যই তেওঁলোকৰ নিজ বংশ বৰ্ণনাৰ যি "আচাৰ্য্যগীতি" পুস্তক ৰচি থৈ গৈছে, তাত কৈছে যে তেওঁলোকৰ পূৰ্ব্ব-পুৰুষ আচাৰ্য্য জয় ভাৰতী চৈতন্যদেৱৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু আছিল। পঢ়া শেষ হোৱাৰ পাচত দুয়ো বন্ধুৱে তীৰ্থ পৰ্য্যটন আৰু পাণ্ডিত্যৰ পৰিচয় দিবলৈ আহি দুয়ো কামৰূপ সোমায় আৰু হাজোত বহুদিন থাকে। গোস্বামীদেৱে আৰু লিখিছে:— "দুয়োজন (চৈতন্যদেৱ আৰু জয়ভাৰতী) পূৰ্ব্বদেশলৈ আহি তাতে অতি বৃদ্ধ মাধব কন্দলিৰ তীৰ্থবাসীৰ সেৱা ৰত মহেন্দ্ৰ কন্দলি আৰু ক্ৰমে শ্ৰীদামোদৰদেৱ প্ৰভৃতি বহু পণ্ডিত সজ্জনৰ সাক্ষাত সিবিলাকে পায়। বৰাহ কুণ্ডৰ গুহাত কিছুকাল তপস্যা কৰি শেষত সখিয়েক জয়ভাৰতী এই দেশতে ৰাখি শ্ৰীমাধৱ মন্দিৰত শ্ৰীভাগৱত পাঠ প্ৰবৰ্ত্তন আদিৰ উপদেশ দি নিজে স্বস্থানলৈ প্ৰত্যাবৰ্ত্তন কৰে। বয়সতো দামোদৰদেৱ শ্ৰীচৈতন্যতকৈ তিনি বছৰেহে সৰু। এইদৰে হাজোত দেখা হোৱা সময়ত দামোদৰদেৱ আৰু চৈতন্যদেৱৰ বয়স যথাক্ৰমে ১৭ আৰু ২০ বছৰমানহে হৈছিল।

২৪ বছৰ বয়সতহে চৈতন্যদেৱে কেশব ভাৰতীৰ পৰা দণ্ড গ্ৰহণ কৰি সন্ন্যাস ব্ৰত অৱলম্বন কৰে।"

আমি অনুমান কৰা ১৪২৭ শকতে যদি দেৱ দামোদৰ গুৰু ভটীয়াই অহাতো সঁচা হয়, তেন্তে তেওঁ যে চৈতন্য দেৱক হাজোত লগ পাইছিল সেইটো সম্পুৰ্ণ সম্ভৱ। তেতিয়া তেওঁ পূৰ্ব্বাঞ্চল আৰু পূৰ্ব্বপুৰুষৰ বাসস্থান শ্ৰীহট্ট প্ৰভৃতি ঠাইলৈ ফুৰিব অহাৰ উল্লেখ তেওঁৰ জীৱনীত আছে। চৈতন্য লাইব্ৰেৰীৰ পৰা প্ৰকাশিত চৈতন্য চৰিতত আছে:—"ইহার পর নিমাই পণ্ডিত একবার শিষ্য মণ্ডলী সহ পূৰ্ব্বাঞ্চলে শ্ৰীহট্ট প্ৰভৃতি স্থানে কিছুকালের জন্য গমন করেন।" শত জীৱনী পুথিত আছে:—"ইহার অব্যবহিত পরেই চৈতন্যদেব নবদ্বীপ নিবাসী বল্লভাচার্য্যের কন্যা লক্ষ্মীদেবীর পাণি গ্রহণ করেন। পরে সশিষ্য তিনি পূৰ্ব্ববঙ্গে আসিয়াছিলেন। কোনো কোনো বৈষ্ণৱ গ্রন্থে তাঁহার শ্রীহট্ট গমনের উল্লেখ দেখিতে পাওয়া যায়। তাঁহাৰ পূৰ্ব্ব বঙ্গে বাস কালীন তদীয় পত্নী লক্ষ্মীদেবী সর্পাঘাতে প্রাণত্যাগ করেন।" এই ভ্ৰমণৰ সময়তে তেওঁ হাজোলৈ অহাটোও সম্ভৱ বুলি আমি আগতে কৈ আহিছোঁ। চৈতন্যদেৱৰ জন্ম ১৪০৭ শক; এতেকে তাৰ ২০ বছৰ পাচত হলে থিক ১৪২৭ শকেই হয়।

চৈতন্যদেৱৰ তিৰোভাবৰ শক ১৪৫৫ আৰু সেই সময়ত শঙ্কৰদেৱ পুৰীত থকা বুলি বেচিভাগ মহাপুৰুষীয়া আৰু দামোদৰীয়া চৰিত পুথিত পোৱা যায়। বৰপেটাৰ কথা গুৰু চৰিতত আছে :—"আৰু একদিনে গৈ গোপীনাথে চৈতন্য গোসাইৰ দ্বাৰে থিত হৈছে। গুৰুজনে আগে কৈছে বোলে চৈতন্যক সেৱা নকৰিবাহঁক কৰিলে তেওঁ কৰে, লবলৈ টান। ...শুনি কৃষ্ণ চৈতন্য গোসাঁই আথে বেথে আগবাঢ়ি মঠতে আ হিল। দেখি গুৰুজনো ভক্তে সমে কিছু আগবাঢ়ি গৈছে।.........আকৌ চৈতন্য মাতিছে—

শুদ্ধ সত্ত্ব মাথা গোট থাকে উপৰত।
কি কাৰণে পৰি সেৱা কৰে চৰণত ?

ছোঠ আতা বোলে :—

কোনজনে সেৱা কৰে কোনজনে লয়।
ইহাৰ গুহ্য কথা মহন্তেসে কয়॥

তেহে চৈতন্য গোসাঁই কমণ্ডলু জল বাকিলে। উচ্ছ্ৰতে দ খালত বলগৈ।" ইয়াত এক শৰণ ধৰ্ম্মৰ কথাই কোৱা হৈছে :—"সৰ্ব্বদেৱ নমস্কাৰং কেশৱং প্ৰতি গচ্ছতি।" গোপালদেৱ চৰিত্ৰতো শঙ্কৰদেৱ দ্বিতীয়বাৰ মাধৱদেৱ প্ৰভৃতিৰ সৈতে পাটবাউসীৰ পৰা তীৰ্থক যোৱাত চৈতন্য

দেৱক পুৰীত লগ পোৱাৰ কথা লিখা আছে। সেই সময়ত ৰথ যাত্ৰা আছিল। অকস্মাৎ ৰথৰ গতি বন্ধ হোৱা দেখি সকলো মানুহে আচৰিত মানিছিল। পাচত চৈতন্যদেৱ আহি সাক্ষাত কৰাতহে ৰথ যায়। মাধৱ দেৱে এই কথা গোপালদেৱৰ আগত কোৱা বুলি লিখা আছে। শঙ্কৰদেৱে চৈতন্যদেৱক দেখা কৰা আৰু তেওঁ দেৱ দামোদৰ গুৰুক দিবলৈ কিছুমান পুথি কাৰণো দিয়া বুলি উল্লেখ থকা দেখা যায়। শঙ্কৰদেৱ ১৪৬৮ বা ১৪৭২ শকত কামৰূপক অহা আৰু তাৰ অনেক বছৰ পাচত নালাগে সেই বছৰতে পুৰীক যোৱা হলেও চৈতন্যদেৱক লগ পোৱা অসম্ভৱ। কৃষ্ণ মিশ্ৰ আৰু নীলকণ্ঠই দামোদৰ দেৱ চৰিত্ৰতো ৰাম ৰাম গুৰু আৰু শঙ্কৰদেৱে চৈতন্যদেৱক পুৰীত লগ পোৱাৰ কথা থকা দেখা যায়ঃ—

ৰাম ৰাম গুৰু সমে পশ্চিমক গৈলা ॥
কৃষ্ণ চৈতন্যক পাচে দেখিলা সাক্ষাত।
পূৰ্ব্বাপৰ পুছিলন্ত কথা যত যত ॥ ১৬৪
শঙ্কৰৰ আগত কহিলা সবে থানি।
ভকতিৰ তত্ত্ব যত যত খেনি মানি ॥
শঙ্কৰেও শুনি বৰ আনন্দ লভিলা।

একযে শৰণ ধৰ্ম্ম চৈতন্যে ৰাখিলা ॥ ১৬৫
কৃষ্ণমিশ্ৰ ।

অভ্যন্তৰে দুয়োজন ( চৈতন্য, দামোদৰ )
সবে কথা ভৈলা ।
নাম মালা লৈ পুনু ভক্ত মেলে গৈলা ॥ ২৮২
সবাকো দেখাইলা জপিবাৰ মালা এই ।
চৈতন্যৰ নাম মালা আমাসাৰো সেই ॥
কিছু ভিন্ন নাই জানা একে তত্ত্ব ধৰ্ম্ম ।
নকৰা সংশয় বুজি লোৱা নাম ধৰ্ম্ম ॥ ২৮৩
নীলকণ্ঠ ।

ইয়াৰ পৰা এইটোও বুজা যায় যে, শঙ্কৰদেৱে আগেয়ে এক শৰণ নাম ধৰ্ম্ম চলাইছিল আৰু চৈতন্যদেৱৰো তেনে ধৰ্ম্ম দেখিহে আনন্দ পালে। গুৰুলীলাতো একে কথাই আছেঃ—

কণ্ঠ ভূষণৰ মুখে শুনিহে শঙ্কৰ ।
কৃষ্ণ যে চৈতন্য হৈয়া হৈছে অৱতাৰ ॥ ১৯০
শঙ্কৰৰ আগে নমাতিলা মহাজ্ঞানী ।
কমণ্ডলু জল ঢালি বুজাইলা আপুনি ॥ ১৯২
শঙ্কৰেও বুজিলন্ত সেহি অনুমানে ।
একযে শৰণ ধৰ্ম্ম চৈতন্যৰ স্থানে ॥ ১৯৩

শঙ্কৰদেৱ চৰিত্ৰতো একে কথাই আছে ঃ—

> শঙ্কৰে বোলন্ত সব ভকত শুনিবা।
> চৈতন্যক দেখি নমস্কাৰ নকৰিবা ॥
> তাহাক নমিলে ভুনাই উভতি নময় ॥

বেজবৰুৱাই তেওঁৰ "শঙ্কৰদেৱত" এই কথাটি ( শঙ্কৰ চৈতন্যৰ মিলন ) সঁচা বুলি ধৰি কাৰোবাৰ শক ধৰাতহে গণ্ডগোল হোৱা বুলি উল্লেখ কৰিছে ঃ—"নৰ নাৰায়ণে আহোম ৰাজ্য আক্ৰমণৰ তাৰিখ ১৪৬৮ শক শুধ হলে, তেওঁ ( শঙ্কৰদেৱ ) দ্বিতীয়বাৰ পাটবাউসীৰ পৰা তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে নদীয়াত বা পুৰীত চৈতন্যৰ সৈতে সাক্ষাৎ হোৱাটো অসম্ভৱ হয় ; কাৰণ চৈতন্যৰ মৃত্যু ১৪৫৫ শকত।" তাৰ পাচত আকৌ লিখিছে ঃ—"বৰদোৱাৰ পুথিত বা শঙ্কৰদেৱৰ আন জীৱনীত অথবা মহাপুৰুষীয়া সত্ৰত চৰিত তোলোতে নৰ নাৰায়ণে আহোম দেশ আক্ৰমণ কৰা বছৰত শঙ্কৰদেৱে আহোম ৰাজ্য এৰি ভাটীলৈ যোৱাৰ কথা নকয়। আহোম ৰজাৰ দৌৰাত্ম্যত বিৰক্ত হৈ আৰু ঘাইকৈ জোঁৱায়েকক আহোমে কাটিলত শঙ্কৰদেৱে যৎপৰোনাস্তি শোক পাই আহোম ৰাজ্য এৰিলে আৰু সম্ভৱতঃ নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণৰ কেইবা বছৰ আগেয়ে আহোম ৰাজ্য এৰি

যোৱা বুলি কওঁ।" আমাৰো এইখিনিয়ে বিশ্বাস। ইয়াৰ পৰাই প্ৰমাণিত হয় যে শঙ্কৰদেৱে চৈতন্যদেৱৰ তিৰোভাবৰ বহু বছৰ আগেয়ে কামৰূপলৈ আহে।

বহুতৰ লিখাত পোৱা যায় যে এই হাতী ধৰা বা ভূঞাধৰা গণ্ডগোল আহোম ৰজা চুহুনমুঙৰ দিনত হৈছিল। এই গণ্ডগোলত হৰি জোঁৱাই কটা যোৱাত শঙ্কৰদেৱ ভটীয়াই আহে। এইজনা ৰজাৰ ৰাজত্বকাল ১৪১৯ শকৰ পৰা ১৪৬১ শকলৈ। যদি এওঁৰ ৰাজত্বকালত শঙ্কৰদেৱ ভটীয়াই অহাটো সঁচা হয় তেন্তে সি ১৪৬৮ শকৰ আগেয়ে।

চুহুন্মুং স্বৰ্গদেৱে ১৪২৭ শকত ভূঞাবিলাকক পৰাভূত কৰে। আমাৰ বোধেৰে এয়ে ভূঞাধৰা গোলমাল হব পায়। ভূঞাধৰা গোলমালতে হৰি জোঁৱাই আৰু মাধৱ দেৱ বন্দী হৈছিল আৰু আহোমে কেৱলীয়া মাধৱদেৱক এৰি দি হৰি জোঁৱাইক কাটিছিল। কাশীনাথ তামুলী ফুকন আৰু হৰকান্ত বৰুৱা সদৰ আমিনৰ আসাম বুৰঞ্জীৰ ৬৪ ছেদত আছে :—

"পাচে লাক্লিকাতকেউ ১৪২৭ শকত বাৰ ভূঞাক ধৰালে অথচ বসঙ্গত কৰিলে।"

পাটবাউসী সত্ৰৰ বিবৰণ মতে এই সত্ৰ স্থাপনৰ শক ১৪৬২। অৱশ্যে দেৱ দামোদৰ গুৰু আহিয়ে এই

সত্ৰ স্থাপন কৰা নাছিল ; কৰিলেও ই শঙ্কৰ দেৱ ভটীয়াই অহাৰ পাচত হব ; কাৰণ শঙ্কৰদেৱ চুনপোৰা বা চিনপৰা তাঁতিকুছি, গণককুছি, কুমাৰকুছি আদি ঠাইত ৪।৫ বছৰ থাকি বৰলচুঙত (নিজ পাটবাউসী) থকা সময়তহে দেৱ দামোদৰ গুৰুৱে তেওঁক তাত লাগ পাইছিল। ইয়ো সাক্ষী দিয়ে যে তেওঁলোক ১৪৬৮ শকৰ আগেয়ে কামৰূপলৈ আহিছিল। গোবিন্দ-পুৰ সত্ৰৰ বিৱৰণী মতে দেৱ দামোদৰ গুৰুৰ শিষ্য ভগৱানদেৱে গোবিন্দপুৰ সত্ৰ ১৪৭০ শকত স্থাপন কৰিছিল। তেওঁ দেৱ দামোদৰ গুৰুৰ প্ৰথম শিষ্য নহয় ; আৰু তেওঁ দীক্ষা লৈয়েই ধৰ্ম্মাধিকাৰৰ গাদী পোৱা নাছিল ; গতিকে ইয়ো তেওঁলোক ১৪৬৮ শকৰ আগতে কামৰূপলৈ অহাটো প্ৰমাণ কৰে।

শঙ্কৰদেৱৰ চৰিত্ৰতো তেওঁ যে ১৪২৬।২৭ শকতে অসম ৰাজ্য এৰি আহিছিল তাৰ প্ৰমাণ পোৱা যায় ঃ—

এবে শুনিয়োক কথা চৰিত্ৰ সুন্দৰ।
শঙ্কৰৰ ভৈলা পঞ্চ বিংশতি বৎসৰ॥
এহিমতে সম্বৎসৰ ৰাজ্যক চৰ্চ্চিলা।
হৰিপ্ৰিয়া মাতৃ পাচে পৰলোকে গৈলা॥

দৈত্যাৰি।

এই হৰিপ্ৰিয়াৰ ( মনুৰ ) মাক আৰু শঙ্কৰদেৱৰ পিতামহ ঢুকোৱাত তেওঁ তীৰ্থক গৈ ১২ বছৰৰ মূৰত তাৰ পৰা উলটি আহি আকৌ কিছুদিন গাংমৌত থাকি কোচ বিলাকৰ উপদ্ৰৱত তাৰ পৰা ধুৱাহাটলৈ যায়ঃ—

এহিমতে গঙ্গাকূলে আছে ৰঙ্গ মনে।
শুনা ধুৱাহাটক গৈলন্ত যি কাৰণে॥
দুৰ্ল্লভ নাৰায়ণ কমতাৰ অধিপতি।
তান মৃত্যু ভৈলা একো নৰৈলা সন্ততি॥
এহিমতে বহি গৈলা দ্বাদশ বৎসৰ।

* * * *

অৰাজক দেখি জগতৰ চিন্তি হিত।
উপাৰ্জ্জিলা পুত্ৰ হৰে কুৰাচ নাৰীত॥
মহেশৰ বীৰ্য্যে বিশ্ব সিংহ উপজিলা।

* * * *

ভুঞা সমস্তকো মাৰি নিবাক খোজয়॥
সেহিভয়ে শঙ্কৰ সহিতে প্ৰজা জাক।
ব্ৰহ্মপুত্ৰে উজাইলন্ত ধুৱা যে হাটক॥

এই ধুৱাহাটত ১২ বছৰ থকাৰ পাচত শঙ্কৰদেৱ ভটীয়াই আছে। বিশ্বসিংহ ৰজা হোৱাৰ ২।৩ বছৰ পাচত

ভূঞাসকলক আক্রমণ কৰিলে সি ১৪১৪।১৫ শক হয়; কাৰণ তেওঁ ১৪১২ শক বা ১৪৯০ খৃষ্টাব্দত ৰজা হৈছিল। এই ১৪১৪।১৫ শকৰ লগত ১২ বছৰ যোগ কৰিলে আমি শঙ্কৰদেৱ ধুঞাহাট এৰাৰ শক পাওঁ ১৪২৬।২৭ বাঁহীত প্রকাশ হোৱা গুৰু চৰিতত আছে ঃ—শঙ্কৰদেৱে আলি পুখুৰীত ২০ বছৰ আছিল। তাতে তেওঁ জীয়েক মনুক বিয়া দি ২৩ বছৰ বয়সত তীৰ্থ লৈ গৈছিল। "এই সময় গুৰু ঈশ্বৰৰ বয়স ২৩ বছৰ মাথোন হৈছিল।" ইয়াৰ প্রতিবাদত শ্রীযুত বেজবৰুৱাই তেওঁৰ শঙ্কৰদেৱ পুথিত লিখিছে ঃ—"যদি তেওঁ অন্ততঃ ২০ বছৰ বয়সতে বিয়া কৰাইছিল আৰু বিয়াৰ দুবছৰ পাচতে জীয়েক উপজিছিল আৰু সেই জীয়েকক ৮ বছৰ বয়সতে গৌৰী দান দি গৈছিল তথাপি তেওঁ ৩০।৩২ বছৰ বয়সত প্রথমবাৰ তীৰ্থক যোৱা পোৱা যায়।" অৱশ্যে তেওঁ ২০ বছৰৰ আগতে বিয়া কৰোৱাও আচৰিত নহয়, আৰু ২।৩ বছৰ বয়সীয়া জীয়েকক বিয়া দি সংসাৰৰ পৰা নিৰ্লিপ্ত হৈ তীৰ্থক যোৱাটোও আচৰিত মানিব লগীয়া নহয়। বিশেষত সেই সময়ত তীৰ্থ পৰ্য্যটন আজিকালিৰ দৰে সুচল নাছিল। গতিকে তেনে জীৱনৰ অনিশ্চয়তাৰ কাৰণে আগেয়ে জীয়েকক এজনক গতাই দি যোৱা ভাল বুলি তেনে কৰিবও

পাৰে, নাইবা জীয়েকৰ ভাৰ ভায়েকৰ ওপৰত দিও যাব পাৰে। জেঁৱায়েক হৰিৰ তত্ত্বাৱধানো বনগঞা-গিৰিয়ে লব লগা হোৱাৰ পৰাই তেওঁৰো কম বয়সকে সূচায়। গতিকে এই বিয়া গৌৰীদানৰো আগ হোৱা আচৰিত নহয়। সূৰ্য্যৱতীৰো মনুৰ বাহিৰে আন সতি-সন্ততি নাই। গতিকে তেওঁ মনুৰ কেচুৱা অৱস্থাতে ঢুকোৱাটোৱে অনুমান হয়। বৰপেটাৰ কথা গুৰু চৰিতত থকা মনুৰ ১৩ বছৰ বয়সত বিয়া দি যোৱা কথাটো সঠিক যেন নালাগে। হৰি জেঁৱাইক আহোমে কটা সময়লৈ কোনো সতি-সন্তান জন্মা নাছিল। ইয়াৰ পাচত গুৰু চৰিতৰ এঠাইত আলি পুখুৰীত ৬০ বছৰ থকা বুলি ধৰিছে। কিন্তু আগত দিয়া ২০ আৰু ২৩ ঠিকেই আছে। এটা সংখ্যা হলে ভুল বুলিয়ে ধৰিবৰ সুবিধা থাকিল হয়। কাকতিৰ দোষত ডেৰৰ ঠাইত তেৰ হোৱাৰ দৰে ইয়াতো ২৬ ৰ ঠাইত ২৩ হোৱা আচৰিত নহয়; তেনেহলে মনুৰ বিয়াও ২।৩ বছৰত নহৈ ৬।৭ বছৰলৈ যাব পাৰে। তেতিয়াৰ দিনৰ হিন্দু সমাজত তেনে বয়সত বিয়া হোৱা একো আচৰিত নহয়। আজিকালিৰ মানুহ পিয়ল বা আদম চুমাৰী কাকতেই তাৰ যথেষ্ট প্ৰমাণ। ১৯১১ চনৰ মানুহ পিয়ল কাকতৰ পৰা জনা যায় যে অসমত হিন্দুৰ

ভিতৰত ৫ বছৰলৈ বিয়া হোৱা ছোৱালী এশজনীৰো ওপৰ আছে। এই আলিপুখুৰীত শঙ্কৰদেৱ ২০ বছৰ থকা বুলি হিচাব কৰি চালে আৰু ডক্তৰ মহেশ্বৰ নেওগে তেওঁৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" পুথিৰ ২২৩ পৃষ্ঠাৰ প্ৰসঙ্গীয়া ২০ নং টোকাত "কিন্তু শঙ্কৰে কৈছিল ঃ—তাঙ্ক (হৰিক) বিহা দেওঁ কন্যা সাত বৎসৰৰ।" প্ৰকৃততে এই সময়ত মনুৰ বয়স ছবছৰ।" বুলি লিখা কথা সঠিক হলে দেখা যাব যে শঙ্কৰদেৱে আমি অনুমান কৰা ১৪২৭ শকতে অসম ৰাজ্য এৰি অহাটো সম্পুৰ্ণ সম্ভৱ। বাঁহীত ছপা হোৱা গুৰু চৰিতমতে শঙ্কৰদেৱ—

| | |
|---|---|
| আলি পুখুৰীত··· ·· ··· ··· | ২০ বছৰ |
| বৰদোৱাত ·· ··· ···· ··· ··· | ৭ বছৰ |
| তীৰ্থত ·· ··· ··· ··· ··· ··· | ১২ বছৰ |
| গাংমৌত ··· ···· ··· ··· ··· | ৫ বছৰ |
| ধুৱাহাট, বেলগুৰিত ··· ··· | ১২ বছৰ |

মুঠ—৫৬ বছৰ, ১৩৭১+৫৬ অৰ্থাৎ ১৪২৭ শক।

নতুন খণ্ড ২য় ভাগ জোনাকীত 'হৰিদেৱ' প্ৰবন্ধ লিখকে হৰিদেৱ ভটীয়াই অহাৰ শক ৩০৮ পৃষ্ঠাৰ ফুট-নোটত দিছে—"এওঁ চুহুন্মুং ৰজাই হব পায়। এওঁৰ ৰাজত্ব ১৪১৯ শকৰ পৰা (ৰায় গুনাভিৰাম বৰুৱাৰ বুৰঞ্জী) ১৪৬১ শকলৈকে। এওঁৰ দিনত ১৪১২, ১৪২৮,

১৪৫৪ আৰু ১৪৫৮ শকত যুদ্ধ হয়। আমাৰ বিবেচনায় ১৪২৮ শকৰ যুদ্ধই চৰিতৰ লিখিত ঘটনা।" সেই ঘটনা হৈছে এই—আগেয়ে যুঁজাৰুসকলে যুঁজ কৰিবলৈ যোৱাত যুদ্ধৰ ঠাইত খাবলৈ ভাত টোপোলা বান্ধি নিছিল। হৰিদেৱে ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাত যুঁজাৰুবিলাকে টোপোলাত নিয়া· ৰন্ধা ভাত খাবলৈ অস্বীকাৰ কৰে আৰু হৰিদেৱেই ইয়াৰ মূল বুলি ৰজাই তেওঁক নিৰ্য্যাতন কৰিব খোজে আৰু সেইবাবে তেওঁ তাৰ পৰা ভটীয়াই আহিবলৈ বাধ্য হয়। শঙ্কৰদেৱ আৰু দেৱ দামোদৰ গুৰুতকৈ হৰিদেৱ অলপ পাচত আছে। গতিকে ইয়ো আমি ঠিক কৰা দেৱ দামোদৰ গুৰু ভটীয়াই অহা শক ১৪২৭ শককে আঙুলিয়াই দিয়ে।

১৪৬৮।৬৯ শকৰ পিছলা গাৱঁৰ ৰণৰ সময়ত মনুগিৰিক (হৰিক) আহোমে কটাটো সম্ভৱ নহয়, কাৰণ ইয়াৰ ভিতৰত হৰিপ্ৰিয়াৰ কোনো সতি-সন্ততি জন্মা নাছিল।

ওপৰত আলোচনা কৰা কথাৰ পৰা এইটো সিদ্ধান্ত কৰিব পাৰি যে দেৱ দামোদৰ গুৰুৱে ১৪২৭ শকত নলচাৰ পৰা কামৰূপলৈ আহিছিল আৰু হাজোৰ হয়গ্ৰীৱ মাধৱৰ মণিকূট পাহাৰত পাণ্ডিত্য প্ৰকাশ আৰু তীৰ্থ পৰ্য্যটনৰ বাবে অহা নিমাই (চৈতন্যদেৱ) পণ্ডিতৰ লগত আলাপ আলোচনা হৈছিল।●

# পঞ্চম অধ্যায়।

## পাটবাউসীত থিতাপি।

চুহুম্মুং ৰজাৰ দিনৰ ভুঞাধৰা হুলস্থূলত শঙ্কৰ দেৱে দেৱ দামোদৰ গুৰুকো লগ ধৰি ১৪২৭ শকত আহি প্ৰথমে কামৰূপ জিলাৰ বৰপেটা অঞ্চলৰ বৰ্ত্তমান সৰু ক্ষেত্ৰী মৌজাৰ (আগৰ বাউসা পৰগণাৰ) সৰ্থেবাৰীৰ ওচৰৰ কাপলা বিলৰ পাৰত কিছুদিন বাস কৰিছিল। পাচত সেই ঠাই অস্বাস্থ্যকৰ দেখি তাৰ পৰা আহি বৰপেটাৰ চূণ পোৰাত বা চিন পৰাত (বৰ্ত্তমানৰ পালাংদিত) ৰয়। মাধৱদেৱ তেতিয়া বৰপেটাৰ এমাইলমান পূবে থকা বাৰাদি গাওঁত আছিল। ইয়াতেই মাধৱদেৱৰ মাতৃ বিয়োগ হয়। মাকৰ শ্ৰাদ্ধাদি ক্ৰিয়া সমপনান্তে মাধৱদেৱ এবাৰ তীৰ্থলৈ যায় আৰু তাৰ পৰা তেওঁলোকৰ পূৰ্ব্বপুৰুষসকলৰ দেশ বাণ্ডুকালৈ গৈ ককায়েক দামোদৰৰ লগত কিছুদিন থাকি উভতি

আছে। ইয়াৰ পাচত কিছুদিন শঙ্কৰদেৱ তাঁতীকুছি (বৰ্ত্তমান মেটুৰাকুছি) আৰু তাৰ পাচত কুমাৰ কুছিত আৰু মাধৱদেৱে কলবৰীয়া কুছি (বৰ্ত্তমানৰ চক্ৰগঞ্জ বা বুদ্দৰুৰ টুপ) আৰু সুন্দৰীদিয়াত আছিল। কুমাৰ কুছিত নুমলীয়া কন্যা ৰুক্মিণীৰ মৃত্যু হোৱাত ঠাই সুবিধাজনক নেদেখি শঙ্কৰদেৱে গৈ ধনুখান্দা বিলৰ পশ্চিম পাৰৰ বৰল চুঙত (শঙ্কৰদেৱৰ থান বা নিজ পাটবাউসীত) আৰু মাধৱদেৱ গণককুছিত থাকে। এই গণককুছি সত্ৰতে মাধৱদেৱে নিজ হাতে লিখা নাম ঘোষা পুথি এখনি অদ্যাপিও থকা বুলি জনা যায়; আৰু তেওঁ নিজ হাতে ৰোৱা ৰঙিয়াল ফুল এজুপিও প্ৰায় এলোচা মাটি আগুৰি মহাপুৰুষৰ কীৰ্ত্তিস্তম্ভ হিচাবে অদ্যাপি জীৱিত আছে।

শঙ্কৰদেৱে ৰাজ্য বিভ্ৰাটত উজনীৰ পৰা ভটীয়াই অহাত দেৱ দামোদৰ গুৰুও মাকৰ শ্ৰাদ্ধাদি শেষ কৰি তাৰ ছমাহমান পাচতে ভটীয়াই আহি প্ৰথমে তেওঁ-লোকৰ আদি বাসস্থান ৰত্নেশ্বৰত থকা সময়তে হাজোৰ মাধৱ মন্দিৰত চৈতন্যদেৱক (নিমাই পণ্ডিতক) লগ পোৱাৰ কথা আগতে কৈ অহা হৈছে। হাজোত বাস কৰি মাধৱ মন্দিৰত ভাগৱত পাঠ কৰি থকা সময়তে তেওঁ নাৰদৰ পৰা তত্ত্বজ্ঞান লাভ কৰে। ৰত্নেশ্বৰ

গাওঁত কিছুকাল থকাৰ পাচত তেওঁ আকৌ ভটীয়াই আহি নন্দা ( দন্দা ) গাওঁত তিনি দিন জিৰণি লৈছিল। এই নন্দা গাওঁক বৰ্ত্তমান নন গাওঁ বা নগাওঁ বোলে। এই গাওঁৰ ওচৰত আজিকালিও দন্দা নামে বিল এটি আছে। ইয়াৰ পাচত তেওঁ আকৌ ভটীয়াই গৈ গয়জানত কিছুদিন থাকে। এই গয়জানক বহুতে বৰ্ত্তমান বৰি সত্ৰ বুলি অনুমান কৰে। তাৰ পাচত দেৱ দামোদৰ গুৰুৱে নাৱ মাৰি বিলেৰে অলপ উজাই আহি ৰাম ৰায়ৰ ঘাট পায়। বৰ্ত্তমান পাটবাউসীৰ পূবে গঁহেৰ পাম আৰু ব্যাস পাৰা এই দুই গাওঁৰ মাজত ৰাম ৰায়ৰ ঘাট আছিল। উক্ত বিলৰ এক অংশক আজি-কালিও ৰাম ৰায়ৰ কুৰ বোলে। ইয়াতে এছোৱা আলি আছে তাকো ৰাম ৰায়ৰ আলি বোলে। ইয়াতে ৰাম ৰায়ক লগ পাই দেৱ দামোদৰ গুৰুৱে নিজ পৰিচয় দিয়াত ৰামৰায়ে শঙ্কৰদেৱে বৰল চুঙ্গত থকাৰ কথা কয় আৰু তেওঁক ধনুখান্দা বিলৰ পূব পাৰে ব্যাস পাৰা বা চন্দ্ৰাৱতী পুৰত থাকিবলৈ দিয়ে।

এই ৰামৰায় চৰিত লিখক ৰাম ৰায় নহয়। এওঁ শঙ্কৰদেৱৰ ভায়েক তেতিয়াৰ বাউসী অঞ্চলৰ ভূঞা বা শাসনকৰ্ত্তা শতানন্দহে। এওঁলোক দেৱ দামোদৰ গুৰু আহি পোৱাৰ বহুদিন আগৰে পৰা আহি কোচ ৰজাৰ

দ্বাৰা স্থাপিত হৈ কোচ ৰজাৰ অধীনত ভূঞাগিৰি কৰ আছিল। শঙ্কৰদেৱেও তাঁতীকুছিৰ তাঁতীসকলক পৰিচালনা কৰা বাব পাইছিল। ৰামৰায় ঘাটেই ৰামৰায় তাত বহুদিন ধৰি ভূসম্পত্তি চলাই থকাৰে এটা ঘাই প্ৰমাণ। দেৱ দামোদৰ গুৰুৱে মাটিৰ মালিক ৰাম ৰায়ৰ পৰাই সত্ৰৰ মাটি কিনি লৈছিল। ৰাম ৰায় দেৱ দামোদৰ গুৰুৰ ঠাইত শৰণ লৈছিল। দেৱ দামোদৰ গুৰুৱে নাৰমাৰি বিলেৰে উজাই আহি ধনুখান্দা বিলৰ পূব পাৰে বিয়াস পাৰাত (বৰ্ত্তমান যি ঠাইত মঠ আছে) ৰয়। এই ধনুখান্দা বিলৰ পশ্চিম পাৰে বৰল চুঙ্গত শঙ্কৰদেৱ আছিল। অনেক দিনৰ মূৰত তেওঁলোকৰ পুনৰ্ম্মিলন হোৱাত পৰস্পাৰে বৰ আহ্লাদ পালে। এই বিয়াস পাৰাৰ নাম শেষত গৈ পাটবাউসী হয়।

এই সময়ত অজনাভ বিপ্ৰৰ পুত্ৰ হৰিদেৱ উজনী লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ গাওঁত আছিল। তেতিয়া আহোম ৰজাৰ যুঁজাৰু সৈন্যবিলাকে যুদ্ধ স্থানত ভোক লাগিলে খাবলৈ টোপোলা বান্ধি ভাত নিয়াৰ প্ৰথা আছিল। আ'কালৰ সময়তো ৰজা ঘৰৰ পৰা ৰন্ধা ভাত বিলাই দিয়া হৈছিল। সেই সময়ত তাত হৰিদেৱে ধৰ্ম্ম প্ৰচাৰ কৰিব ধৰাত তাৰ মানুহবিলাকে ধুতি-বিধুতি মানি চলিব ধৰিলে; আৰু ৰজা ঘৰৰ পৰা ৰন্ধাই দিয়া

ভাত যুঁজাৰুসকলে আৰু আন মানুহে নোখোৱা হ'ল। হৰিদেৱেই ইয়াৰ মূল বুলি শুনি ৰজাই তেওঁক বন্দী কৰিবলৈ দূত পঠোৱাত তেওঁ ভেলত উঠি ভটীয়াই আহি জগন্নাথ প্ৰভৃতি তীৰ্থস্থান পৰ্য্যটন কৰি আহি বৰ্ত্তমান বহৰি গাওঁৰ উত্তৰে দন্তপুৰ নামে গাওঁ এখনত থিতাপি লয় আৰু তাতে বিয়া বাৰু কৰাই ধৰ্ম্ম প্ৰৱৰ্ত্তাইছিল। হৰিদেৱৰ খুৰাক পদ্মনাভ তেতিয়াৰ বাউসী পৰগণাৰ প্ৰধান শিক্ষা কেন্দ্ৰ শিলা গাওঁত আছিল। পদ্মনাভৰ পুত্ৰ পুৰুষোত্তম ভট্টাচাৰ্য্য কোচ বেহাৰৰ নৰনাৰায়ণ ৰজাৰ সভা পণ্ডিত আছিল। এই পুৰুষোত্তম ভট্টাচাৰ্য্যই ৰজাৰ অনুৰোধত ৰাজ বংশৰ কোচৰ লৰাবোৰক সংস্কৃত শিক্ষা দিয়াৰ বাবে অসমত প্ৰচলিত বিখ্যাত "ৰত্নমালা ব্যাকৰণ" ৰচনা কৰিছিল।

হৰিদেৱৰ এটি মাথোন পুত্ৰ আছিল। এদিন বহৰিৰ টোলৰ পৰা ঘৰক যাওঁতে তেওঁ কৎচা নামে বিল এটা সাঁতুৰি পাৰ হবলৈ যোঁৱা অৱস্থাত তাত ডুবি মৰে। ১৩০৪ চনৰ প্ৰবল ভুঁইকঁপত এই বিল নষ্ট হৈও আজিলৈ সেই নামতে চলি আছে। ইয়াৰ পাচত হৰিদেৱ কালাদি বিলৰ পাৰৰ কলাদি গাওঁত ৰয় গৈ। এসময়ত শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু প্ৰভৃতিয়ে হৰিদেৱৰ ওচৰলৈ গৈ তাত দেউল বন্ধাই মহা মহোৎ-

সৱ কৰি মান দেখুৱাৰ বাবে হৰিদেৱৰ সত্ৰৰ নাম মানেৰী হয়। আগৰ মানেৰী সত্ৰ ব্ৰহ্মপুত্ৰই নিজ গৰ্ভত ঠাই দিয়াত আজিকালি বৰপেটাৰ আঠ মাইলমান পূবে চেঙ্গা আৰু ব্যাসকুছি গাওঁৰ অলপ ওচৰত নতুন মানেৰী সত্ৰ হৈছে। আগৰ তাৰাবাৰী জাহাজ ঘাটৰ ওচৰতো কলাদি নামে গাওঁ এখন আছে। আগৰ কলাদি গাওঁ নদীৰ গৰাখহনীয়াত নষ্ট হোৱাত তাৰ মানুহ ইয়ালৈ উঠি অহাতহে ইয়াৰ সেই নাম হৈছে বুলি অনুমান হয়। হৰিদেৱে পাটবাউসীলৈ প্ৰায়েই অহা যোৱা কৰিছিল। সেই সময়ত শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু, হৰিদেৱ আৰু মাধৱদেৱে একেলগে বহি শাস্ত্ৰালাপ আৰু ধৰ্ম্মালোচনা কৰিছিল। এজনে প্ৰশ্ন কৰিলে আন এজনে উত্তৰ দি সংশয় ছেদ কৰিছিল। চাৰিওফালৰ পৰা ভক্তবৃন্দ আহি ধৰ্ম্ম ৰজা কেইজনাক ভেট কৰিছিল আৰু তেওঁলোকৰ অমৃতোপম ধৰ্ম্ম ব্যাখ্যা শুনি, ধৰ্ম্মোপদেশ লভি নিজকে নিজে ধন্য মানিছিল। পাটবাউসী ধাম নৈমিষাৰণ্যত পৰিণত হৈছিল।

এই সময়তে ভৰ ডেকা নোহওঁতেই দেৱ দামোদৰ গুৰুৰ পত্নী বিয়োগ ঘটে। শঙ্কৰদেৱে তেওঁক পুনৰ্বায় দাৰ পৰিগ্ৰহ কৰিবলৈ কোৱাত তেওঁ দ্বিতীয়বাৰ সংসাৰত সোমাবলৈ সম্মত নহল। তাতে শঙ্কৰদেৱে

তেওঁক ভুয়সী প্ৰশংসা কৰিছিল। নীলকণ্ঠৰ মতে দেৱ দামোদৰ গুৰু চিৰকুমাৰ আছিল ঃ—

পূৰ্ব্বে তুমি ৰামৰায় সীতাৰ সন্তাপ পাই
নকৰিলা বিবাহ হৈবাৰ।

অৱশ্যে এইখিনি কথা দ্ব্যৰ্থক। বিবাহিতা পত্নী বিয়োগৰ বাবে বেজাৰ পাই পুনৰ দাৰ গ্ৰহণ নকৰিব পাৰে।●



## ষষ্ঠ অধ্যায়।

## গুৰু সম্বন্ধে।

দেৱ দামোদৰৰ গুৰু সম্বন্ধে নানাজনে নানা কথা কোৱা আৰু লিখা দেখা যায়। কোনো কোনোৱে তেওঁক শঙ্কৰদেৱ বা ৰাম ৰাম গুৰুৰ পৰা ধৰ্ম্ম লোৱা বুলি ভাবে; আৰু কোনোৱে তেওঁক চৈতন্যদেৱৰ শিষ্য বুলি বিবেচনা কৰে। কিন্তু এই দুয়োটা কথাৰ কোনোটো যে ঠিক নহয় তাক প্ৰতিপন্ন কৰিব পাৰি।

বহুতে ভাবে যদিও দেৱ দামোদৰ গুৰু যে চৈতন্যদেৱৰ শিষ্য নাছিল তাক সহজে বুজিব পৰা যায়। যেতিয়া প্ৰথমে দেৱ দামোদৰ গুৰুৱে চৈতন্য দেৱক হাজোত লগ পায় তেতিয়া চৈতন্যদেৱ বৈষ্ণৱ নাছিল, আছিল ঘোৰ শাক্ত নিমাই পণ্ডিতহে। তেওঁ পূৰ্ব্বাঞ্চলৰ পৰা ঘূৰি গৈ ঘৰ নৌপাওঁতেই তেওঁৰ প্ৰথমা পত্নী লক্ষ্মীদেৱী ঢুকায়। তাৰ কিছুদিন পাচত

বিষ্ণুপ্ৰিয়াক বিয়া কৰায় আৰু দ্বিতীয়বাৰ বিবাহৰ কিছু-কাল পাচতহে কেশৱ ভাৰতীৰ পৰা সন্ন্যাস গ্ৰহণ কৰি তেওঁ বৈষ্ণৱ হয়। চৈতন্য চৰিতত ২৫ বছৰ বয়সত তেওঁ সন্ন্যাস গ্ৰহণ কৰা বুলি লিখা আছেঃ—"১৪৩১ শকে (১৫০৯ খৃষ্টাব্দে) পঞ্চবিংশ বৰ্ষ বয়সে উত্তৰায়ণ সংক্ৰান্তিৰ দিন গৌৰাঙ্গদেব সন্ন্যাস ব্ৰত গ্ৰহণ করিয়া "শ্ৰীকৃষ্ণ চৈতন্য" নামে অভিহিত হইলেন।" চৈতন্যদেৱে কিন্তু ১৪২৭ শকতহে দেৱ দামোদৰ গুৰুক লগ পাইছিল।

ইয়াৰ পাচত চৈতন্যদেৱেও কামৰূপলৈ অহা নাছিল আৰু দেৱ দামোদৰ গুৰুও চৈতন্যদেৱৰ ঠাইলৈ যোৱা নাছিল। হৰিদেৱ চৰিত্ৰ লিখক দিবাকৰ দ্বিজে চৈতন্যই ৰাম ৰাম গুৰুৰ হাতত দেৱ দামোদৰ গুৰুলৈ এখন পট দিয়াৰ কথা উল্লেখ কৰিছেঃ—

শুনা ৰাম ৰাম তুমি বচন আমাৰ।
নলচাৰ পৰা আসি আছে দামোদৰ॥
এহিপট নিয়া তুমি তান হাতে দিবা।
বিষ্ণু অংশে দামোদৰ নিশ্চয়ে জানিবা॥

দৈত্যাৰি ঠাকুৰে লিখাৰ দৰে চৈতন্যদেৱে যদিওবা শঙ্কৰ-দেৱক নামাতিলেই আৰু ৰাম ৰায় গুৰুৰ হাতত দেৱ

দামোদৰ গুৰুলৈ পটো পঠিয়ালে তথাপি সি দেৱ দামোদৰ গুৰুক তেওঁৰ শিষ্য বুলি প্ৰমাণ নকৰে। এই পট বা শৰণ-সংহিতা পুথিখন চৈতন্যদেৱে ৰাম ৰাম গুৰুৰ হাতেদি দেৱ দামোদৰ গুৰুলৈ পঠোৱাৰ কথা গুৰুলীলা, নীলকণ্ঠৰ শ্ৰীশ্ৰীদামোদৰ দেৱ চৰিত্ৰ আৰু সন্ত নিৰ্ণয়তো উল্লেখ আছে ঃ—

তিন দিন অন্তৰত বিদায় কৰিলা।
ৰাম ৰাম শুনা বুলি চৈতন্যে মাতিলা॥ ১৯৩
এহি বস্তু আমি দেঞ্ হাতত তোমাৰ।
স্বৰূপ বচন বোলো আগে তোমাসাৰ॥
ইটো পুস্তকত যে তোমাৰ কাৰ্য্য নাই।
অৱশ্যে ইহাক দিবা দামোদৰ ঠাই॥ ১৯৪
এহি বুলি সংহিতা পুস্তক খানি দিলা।
তৈৰ পৰা তাৰা দুয়ো গৃহক আসিলা॥
ৰাম ৰাম গুৰু আৰু শঙ্কৰ দুইজন।
দামোদৰ দেৱ পাসে কৰিলা গমন॥ ১৯৫
আগন্তুয়া দুয়োজনে পুস্তকক দিলা।
দেখি দামোদৰে বৰ হৰিষ লভিলা॥

গুৰুলীলা।

"এহি বুলি শৰণ ভজন হৰি নামৰ পুস্তক ৰাম ৰামক দিলা।…… আৰু শৰণ ভজন পুথিতে সকল ভক্তিৰ ভক্তৰ লক্ষণ আছে। এহি প্ৰপঞ্চে ব্ৰহ্মহৰি দাসে ৰাম ৰায় শঙ্কৰক বিদায় কৰল। পাচে ৰাম ৰামে যি চৈতন্য গোসাঁইৰ ঠাই উপদেশ হৰিনাম শৰণ ভজনৰ পুস্তক পাইছে তাকে দেৱ দামোদৰক দিল।" (সন্ত নিৰ্ণয়।)

আগতে হাজোত দেখা দেখি আৰু সদালাপ আৰু শাস্ত্ৰালোচনা হোৱাৰ পৰা উভয়ৰ ভিতৰত সৌহাৰ্দ্দ থকাৰ আৰু উভয়ে ব্ৰহ্ম সম্প্ৰদায়ী বৈষ্ণৱ হোৱাৰ বাবে এই সংহিতা পুস্তকখন দি পঠাইছিল বুলিহে অনুমান হয়। ইয়ে দেৱ দামোদৰ গুৰুক চৈতন্যৰ শিষ্য বুলি প্ৰমাণ নকৰে। এই সংহিতা পুথিৰ কথা মণিৰাম দেৱানৰ 'বুৰঞ্জী বিবেক ৰত্ন' পুথিতো পোৱা যায়। আৰু এটা কথা যে যদি দেৱ দামোদৰ গুৰুৱে চৈতন্য দেৱৰ ঠাইত দীক্ষা ললে হেতেন তেন্তে তেওঁৰো চৈতন্য দেৱৰ দৰে বোল নাম আৰু ভক্তিও একে ৰকমৰ হল হয়। যদিও উভয় পন্থৰে—

শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোস্মৰণং পাদ সেৱনম্।
অৰ্চ্চনং বন্দনং দাস্য সখ্য আত্মনিবেদনম্॥

এই ন বিধ ভক্তিৰ প্ৰচলন আছে, আৰু যদিও দুয়ো পন্থতে প্ৰেম ভক্তি প্ৰধান তথাপি সি দুয়ো পন্থৰে স্বতন্ত্ৰ ধৰণৰ।

চৈতন্যদেৱৰ প্ৰেম ভক্তি গোপী বা ৰাধাৰ প্ৰেম ভক্তি ভাব অৰ্থাৎ পুৰুষ প্ৰকৃতিৰ প্ৰেমৰ চিন, কিন্তু দেৱ দামোদৰৰ জ্ঞান মাৰ্গৰ ওপৰত স্থাপিত প্ৰেম ভক্তি কৃষ্ণাৰ্জ্জুনৰ প্ৰেম ভক্তিৰ নিচিনা। চৈতন্যদেৱৰ ভক্তি হৈছে বিশুদ্ধ প্ৰেম, ইয়াত শৃঙ্গাৰ ৰসৰ আধিক্য বৰ্ত্তমান; দেৱ দামোদৰ গুৰুৰ ভক্তি সন্মানযুক্ত শ্ৰদ্ধা। দেৱ দামোদৰ গুৰুৰ ভক্তিত জ্ঞান দাস্য, সখ্য আৰু বাৎ সল্যৰ ভাব প্ৰধান কিন্তু চৈতন্যদেৱৰ ভক্তিত তাতকৈ শৃঙ্গাৰৰ আভাস বেচি। তেওঁলোক দুজনৰ আৰাধনাৰ প্ৰথা কীৰ্ত্তনো বেলেগ ধৰণৰ। দেৱ দামোদৰ গুৰুৱে ঠাইতে বহি ভোৰ তাল আৰু চাপৰি বজাই কীৰ্ত্তন কৰে, তাত উন্মত্ত নহৈ তন্ময় হয়। কিন্তু চৈতন্যদেৱে তাল খোল লৈ নাচি নাচি সংকীৰ্ত্তনত বিভোৰ হৈ ফুৰে। তেওঁ নিজে ৰাধা ভাবৰ দ্বাৰা ৰাধা সাজি ব্ৰজ ভাব অনুভৱ কৰি কৃষ্ণ প্ৰেম সম্ভোগ কৰাটোকেই তেওঁৰ ধৰ্ম্ম জীৱনৰ প্ৰধান উদ্দেশ্য কৰিছিল—

তমালের বৃক্ষ এক সন্মুখে দেখিয়া।
কৃষ্ণ বলে ধেয়ে গিয়ে ধরে জরাইয়া।
গঙ্গাধরে দেখে হরি করেন জিজ্ঞাস।
কোথা হরি আছেন শ্যামল পীত বাস॥
চৈতন্য ভাগৱত।

কিন্তু দেৱ দামোদৰ গুৰুৰ ধৰ্ম্মত এনে কথাৰ মুঠেই উল্লেখ নাই। তাত আছে—

নয়নৰ বহে প্ৰেম বাৰি ভক্তে নাম গান্ত শাৰী শাৰী
প্ৰেমৰ ভৰত তনু হোৱে ৰোমাঞ্চিত॥
ঘোষা ৰত্ন।

ভক্ত সমন্বিতে কৃষ্ণ কথা চৰ্চ্চি
হৰিষে বসি থাকন্ত।
প্ৰসঙ্গে বসিয়া এহিমতে তৈত
হৰি কথা সুমৰন্ত। গুৰুলীলা।

এইদৰে দেৱ দামোদৰ গুৰুৱে ভক্ত সমন্বিতে প্ৰসঙ্গত বহি নাম কীৰ্ত্তনহে গাইছিল।

দেৱ দামোদৰ গুৰু চৈতন্যৰ শিষ্য হোৱা হলে চৈতন্যদেৱে প্ৰচলন কৰা তাল, খোল লৈ নাচি নাচি কৰা সংকীৰ্ত্তনত বিৰক্ত নহৈ অনুৰক্ত আৰু তৃপ্তহে

হল হয়; কিন্তু আমি পাওঁ তাৰ বিপৰীতহে। কোচ বেহাৰত বেচুৱা ব্ৰাহ্মণৰ ঘৰত থকা কালত এদিন দেব দামোদৰ প্ৰভুৱে ভাগৱত ব্যাখ্যা শুনি থকা সময়ত ভকত সকলে এজোৰ ভাল কীৰ্ত্তনীয়াক কীৰ্ত্তন গাবলৈ লগালে—

এক জোৰ ভাল খোল কীৰ্ত্তনীয়া
আইলা সেহি সময়ত।
প্ৰভুৰ আগত কীৰ্ত্তন কৰিতে
আসি ভৈলা উপাগত॥
প্ৰভুক নমিয়া কীৰ্ত্তন কৰিয়া।
গাইবে লাগিলা গীত॥
দুগোটা মৃদঙ্গ গাবে কৰি ৰঙ্গ
ৰাগ দেই সুললিত॥
জোৰ আঠ দশ কৰ্ত্তালৰ ঘাঞ্চি
দুই মৃদঙ্গৰ বোলে।
কথাৰ প্ৰসঙ্গ আচ্ছাদিলা মন
কৰিয়া বৰ আন্দোলে॥
কতোক্ষণে প্ৰভু বসিয়া আছন্ত
গাৱত উঠিলা জ্বৰ।

শৰীৰ কম্পয় মুখ বিষাৰয়
উঠিলন্ত দামোদৰ ॥

ইয়াৰ পাচত অলপ গা ভাল পোৱাত আতা সবক কৈছে—

শুনিয়োক আতাচয় ।
ভকতিৰ ভয় কৰে প্ৰতিকূল
জানিবা আক নিশ্চয় ॥

আতা সকলে তাৰ অৰ্থ ভাল দৰে বুজিব নোৱাৰি সুধিলত প্ৰভুৱে তাৰ অৰ্থ এইদৰে ভাঙি কলে—

শুনা সভাসদ কথা শ্ৰৱণত
আছোঁ আমি এক মনে ।
হৰি মন্দিৰত কীৰ্ত্তন পাতিলা
খোল-কীৰ্ত্তনীয়া গণে ॥
সিও এক বিধ ভকতি কৃষ্ণৰ
তথাপি জানা নিশ্চয় ।
কথা শ্ৰৱণৰ প্ৰতিকূল হোৱে
কথাক যেন ভাঙ্গয় ॥ ৪৫৫
খোল কীৰ্ত্তনৰ শবদে আমাৰ
শৰীৰে উঠিলা জ্বৰ ।

## দেৱ দামোদৰ গুৰু

গাৱৰ বিষত ভৈলো শ্ৰুতি হত
আসিলো উঠি সত্তৰ ॥ গুৰুলীলা ।

ইয়াৰ পৰা তেওঁ সংকীৰ্ত্তনকৈ কথা শ্ৰৱণতহে বেচি আস্থা ৰখা দেখা যায় আৰু ইয়াত তেওঁৰ সাৰ্ব্বজনীন উদাৰ ভাবো প্ৰকাশ পাইছে। শ্ৰীকৃষ্ণ নামে এজন ভক্তই নিজে কৃষ্ণ সাজি কৃষ্ণলীলা কৰা শুনি সেই ভক্তজনক তেওঁ দেখাকে দিব খোজা নাছিল। এই বিলাকেই তেওঁ চৈতন্যদেৱৰ শিষ্য নোহোৱাটো থিৰাংকৈ দেখুৱাই দিয়ে। চৈতন্যদেৱৰ চৰিতত তেওঁৰ ভক্ত শিষ্যসকলৰ ভিতৰত দামোদৰ পণ্ডিত বুলি যি এজন ভক্তৰ উল্লেখ আছে তেওঁ যে কামৰূপ (অসম)ৰ দেৱ দামোদৰ গুৰু নহয় সেইটোও নিশ্চয়।

কিছুমানৰ মতে দেৱ দামোদৰ গুৰু শঙ্কৰদেৱ নাইবা ৰাম ৰাম গুৰুৰ শিষ্য আছিল। শঙ্কৰদেৱৰ আটাই বিলাক চৰিত্ৰৰ ভিতৰত ৰামানন্দৰ চৰিত্ৰই এই কথা স্পষ্টকৈ কয়। তেওঁ লিখিছে যে দেৱ দামোদৰ গুৰুৱে শঙ্কৰদেৱৰ ওচৰলৈ শৰণ লবলৈ গৈছিল, পাচে তেওঁ নিজে শৰণ নকৰাই ৰাম ৰাম গুৰু ( ৰতি পতি মিশ্ৰ ) দ্বাৰাহে শৰণ দিয়াইছিল। যদিহে শঙ্কৰদেৱে কৰ্ম্ম কাণ্ডী ব্ৰাহ্মণৰ গুৰু নহওঁ বুলিয়েই দেৱ দামোদৰ

## দেৱ দামোদৰ গুৰু

গুৰুক যি কৰ্ম্ম কাণ্ডী বা যাজনিক অৰ্থাৎ যজমনীয়া ব্ৰাহ্মণ আছিল বুলিও কতো উল্লেখ থকা দেখা নাযায়— ৰাম ৰাম গুৰুক শৰণ কৰাব দিছিল বুলি কোনো কোনোৱে কবলৈ বিচাৰে সেইটো কিন্তু আচল কথা হব নোৱাৰে। ৰাম ৰাম গুৰু (শঙ্কৰদেৱৰ নিজ কুল পুৰোহিত আৰু আজিকোপতি তেওঁৰ বংশীয় লোকে শঙ্কৰদেৱৰ বংশৰ নৰোৱা, বটদ্ৰৱা বা বৰদোৱাত পুৰোহিতালি কৰি আছে) সাৰ্ব্বভৌম ভট্টাচাৰ্য্য, দ্বিজ ভুষণ আদি বহুতো ব্ৰাহ্মণ আৰু দৈৱজ্ঞক তো তেওঁ নিজে শৰণ দিয়া বুলি শঙ্কৰদেৱৰ বহুতো চৰিত পুথিত পোৱা যায়। তেনেস্থলত দেৱ দামোদৰ গুৰুক তেওঁ নিজে শৰণ নকৰাব কাৰণ কি থাকিব পাৰে? ৰামানন্দই লিখা চৰিতত আছেঃ—

একদিনা দামোদৰে কৰিলা বিনয়।
শৰণ লৈবাক বাপ মোহোৰ লাগয়॥
জানিলো কৃষ্ণক মই প্ৰসাদে তোমাৰ।
শৰণ কৰাইবে মোক লাগে আপুনাৰ॥
শুনিয়া শঙ্কৰদেৱে সন্তোষ পাইলন্ত।
ৰাম ৰাম গুৰুক যে মাতি আনিলন্ত॥
বুলিলন্ত ৰাম ৰাম গুৰু শুনিয়োক।
দামোদৰ গুৰুক শৰণ কৰায়োক॥

ৰাম ৰাম গুৰু শুনি হৰি মন্দিৰত।
শৰণ কৰাইলা পুনু হৰি চৰণত॥
উপদেশ সব কথা শঙ্কৰে কহিলা।
এহিমতে দামোদৰ আনন্দে ৰহিলা॥ ৮৩৮

ইয়াতে পুনু শব্দটো মন করিবলগীয়া। ইয়াৰ দ্বাৰা বুজা যায় যে দেৱ দামোদৰ গুৰুৱে অইন কাৰোবাৰ ঠাইত আগতে দীক্ষিত হৈছিল আৰু মথুৰা দাস (গোপাল) আতাই মাধৱদেৱৰ ঠাইত দ্বিতীয়বাৰ শৰণ লোৱাৰ দৰে দেৱ দামোদৰ গুৰুৱে পুনৰবাৰ শৰণ লবলৈ আগ্ৰহ হোৱাত এই নতুন শৰণ ভজন লৈছিল।

শঙ্কৰদেৱৰ আটাই কেইখন চৰিত্ৰৰ ভিতৰত ৰামানন্দৰ চৰিত্ৰ বিশ্বাসযোগ্য নহয় বুলি সুধী সমাজে মত প্ৰকাশ কৰে। দ্বিতীয় ভাগ জোনাকীত "শঙ্কৰদেৱ" নামৰ প্ৰবন্ধ ওলোৱাৰ পাচত দীননাথ বেজবৰুৱা ডাঙৰীয়াই এখন চিঠিত লিখিছিল। তাত লিখা আছে—

"শ্ৰীযুত জোনাকী সম্পাদক মহাশয় নিবেদন—২য় ভাগ জোনাকীত ওলোৱা শ্ৰীশ্ৰীশঙ্কৰদেৱ চৰিত্ৰত অনেক অমূলক আৰু অশুদ্ধ কথা আছে। লেখকে ভৱানীপুৰীয়া গোপাল আতাৰ পথাৱলম্বী ৰামানন্দ নামে লেখক এজনে ৰচা চৰিত্ৰ পুথি চাই এই চৰিত্ৰ লিখিছে

যেন অনুমান হয়। সেই ৰামানন্দ শঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দ ঠাকুৰ নহয়; তেওঁৰ দ্বাৰা লিখিত চৰিত্ৰ সন্ত সাধুৰ গ্ৰহণীয় নহয়; কাৰণ তাত বহুতো জোৰা দিয়া কথা আছে।"

বেজবৰুৱা ডাঙৰীয়াৰ কথাই যদি সঁচা হয় তেনে-হলে ওপৰত উদ্ধৃতি দিয়া কথাখিনিও যে জোৰা দিয়া কথা নহয় তাকেইবা কোনে কব পাৰে? এইদৰেই মাধৱদেৱ ৰচিত বুলি ওলোৱা "আদি চৰিত" পুথিও মাধৱদেৱৰ লিখা নহয় আৰু মাধৱদেৱৰ নামত তাত বহুতো জোৰা দিয়া কথা লিখা বুলি আজিকালিৰ শিক্ষিত সমাজে বিশ্বাস কৰে।

ৰাম ৰাম গুৰুৱে শিষ্য ভজনা কৰাৰ বাবে শঙ্কৰ-দেৱৰ পৰা কোনো আজ্ঞা পোৱা নাইবা তেওঁ কোনো সত্ৰৰ মেধি বা সত্ৰাধিকাৰ হোৱাৰো ক'তো উল্লেখ নাই। বৰপেটা সত্ৰত মাধৱদেৱ কোচ বেহাৰৰ ভেলা ডোঙাত থকাৰ সময়ত হে কীৰ্ত্তন ঘৰ, ৰঙিয়াল গৃহ আদি পোৱাৰ পাচত মথুৰা দাস বুঢ়া আতাক নৰ-নাৰায়ণ ৰজাৰ দিনৰ তুটি হৰিবল্লভ বা নাগেৰী টক। গুৰুকৰ স্বৰূপে দি বৰপেটা সত্ৰৰ প্ৰথম অধিকাৰ নিযুক্ত কৰে। ই শঙ্কৰদেৱৰ তিৰোধানৰ বহুত পাচত। ৰাম ৰাম গুৰু শঙ্কৰদেৱৰ বহু বছৰ আগতে স্বৰ্গী হয়।

বৰপেটা সত্ৰৰ দ্বিতীয়জন অধিকাৰ আছিল গোবৰ্দ্ধন আতৈ। তেওঁও ৰাম ৰাম গুৰুৰ বংশীয় নাছিল। তাৰ পাচৰ পৰাহে ৰাম ৰাম গুৰুৰ বংশৰ লোক সত্ৰৰ সত্ৰীয়া বা অধিকাৰ হয়। শ্ৰীগোকুল দাসৰ বৰপেটা সত্ৰৰ ইতিহাসত আছে ঃ—"গোবৰ্দ্ধন আতৈ সত্ৰীয়াৰ পিচত বহুদিনলৈ সত্ৰত কোনো অধিকাৰ নোহোৱাকৈ চলি থাকে আৰু তাৰ ফলত সত্ৰখনৰ ধৰ্ম্ম কাৰ্য্যৰ লাঘৱ হয়। সেই সময়ত গুৰুনাতি চতুৰ্ভুজ ঠাকুৰ ৰিষ্ণুপুৰ সত্ৰত আছিল। পাটবাউসীৰ গোপাল দেৱ মিশ্ৰই বিষ্ণুপুৰ থানলৈ গৈ বৰপেটাৰ অধিকাৰ নথকা কথাটো কাণ চুৱায় আৰু তাৰ ফলত সত্ৰত ধৰ্ম্ম কাৰ্য্যৰ যি লাঘৱ হৈছে তাৰ প্ৰতিকাৰ কৰিবলৈ চতুৰ্ভুজ ঠাকুৰক অনুৰোধ কৰে। চতুৰ্ভুজ ঠাকুৰে বৰপেটা সত্ৰলৈ আহি সমূহ ভকতৰ এখন সভা আহ্বান কৰে আৰু সৰ্ব্বসম্মতিক্ৰমে গোপালদেৱ মিশ্ৰক (ৰাম ৰাম গুৰুৰ বংশৰ) সত্ৰৰ অধিকাৰ পাতে। সেই সময়ত আই গোসানী সুন্দৰীদিয়া সত্ৰত আছিল। চতুৰ্ভুজ ঠাকুৰে বৰপেটা সত্ৰৰ অধিকাৰ পতা কথাটো তেওঁক জনায়। আইগোসানীয়ে কথাটো শুনি মন্তব্য কৰে যে "তুমি সত্ৰখন বামুণীয়া হে কৰিলাহ" আই গোসানীৰ মন্তব্যত চতুৰ্ভুজ ঠাকুৰে তেতিয়াই অধিকাৰ পতা কথাটো

উঠাই লবলৈ বৰপেটালৈ খোজ লবলৈ খোজোতে আইগোসানীয়ে বাধা দি কলে বোলে "মথুৰা দাস বুঢ়া আতাই সমূহ ভকতৰ ওপৰতে সত্ৰৰ পৰিচালনাৰ ভাৰ দি গৈছে, কিবা বেয়া দেখিলে সমূহ ভকতে অধিকাৰ ভঙ্গাপতা কৰি লব ; তুমি সমূহ ভকতক আগত ৰাখি পাতিলা যেতিয়া নিজে গৈ ভাঙিব নেলাগে।" পৃষ্ঠা ১০২।

ৰায় বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱাই বোধকৰো "আদি চৰিত্ৰ"ৰ মতে তেখেতৰ "আসাম বুৰঞ্জীত" লিখিছে ঃ—উজনীৰ কুণ্ডিল নগৰীত তেওঁ (শঙ্কৰদেৱে) এখন বাসুদেৱ মূৰ্ত্তি পায়। পাচত সেই মূৰ্ত্তি আৰু ব্ৰাহ্মণ শিষ্য দামোদৰক দক্ষিণপাটত স্থাপন কৰে।" মাধৱদেৱৰ ৰচিত বুলি কোৱা আদি চৰিত্ৰত এই কথা-খিনি পোৱা যায় ঃ—

কুণ্ডিল নগৰ পাইলা ভীষ্মক ৰজাৰ।
তৈৰ বাসুদেৱ মূৰ্ত্তি আনিলা শঙ্কৰ॥
তৃতীয় দিবসে ৰত্নপুৰ গ্ৰাম পাইল।
পাটবাউসী গ্ৰামৰ দক্ষিণে গুৰু ৰৈলা॥
দক্ষিণে বহন্ত তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ।
দক্ষিণপাট নামে তৈত নিৰ্ম্মিলেক সত্ৰ॥
চাৰিদিন সেহিথানে থাকিয়া ঈশ্বৰ।

ভালৰূপে সত্ৰখান নিৰ্ম্মিলা শঙ্কৰ ॥
দামোদৰদেৱে তাতে অধিকাৰী কৈলা ।

আগৰ চৰিত্ৰৰ লগত এইখিনি ৰিজাই চালে দুয়োটা একেবাৰে নিৰৰ্থক হৈ পৰে । যদি এইদৰে শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক আগেয়ে দক্ষিণপাট সত্ৰত স্থাপন কৰিছিল তেন্তে তেওঁ দ্বিতীয়বাৰ পাটবাউসীত শৰণ লোৱা কথাষাৰ ভিত্তিশূন্য বুলি ডাঠি কব পাৰি । এই কথাখিনি ভৌগলিক ভিত্তিতো মুঠেই খাপ নাখায় । দক্ষিণপাট শিৱসাগৰ জিলাৰ মাজুলিত অৱস্থিত কামৰূপ জিলাৰ বৰপেটাৰ পাটবাউসীৰ পৰা ৩০০।৪০০ মাইল ব্যৱধানত আৰু ব্ৰহ্মপুত্ৰ নদীও পাটবাউসীৰ পৰা বহুত দূৰৈত ।

এই আদি চৰিতৰ সমালোচনাত দ্বিতীয় বছৰৰ প্ৰথম সংখ্যা "আসাম বান্ধৱ"ত সম্পাদক ডাঙৰীয়াই লিখিছে ঃ—"বৰ্ত্তমান পাটবাউসী সত্ৰ কামৰূপৰ বৰ-পেটাৰ ওচৰত । ইয়াত ( আদি চৰিতত ) যি ৰত্নপুৰৰ দক্ষিণপাট সত্ৰৰ ওচৰত থকা পাটবাউসাৰ নাম উল্লেখ কৰা হৈছে সি যে বৰ্ত্তমান পাটবাউসীতকৈ সম্পূৰ্ণ সুকীয়া তাত অলপো সংশয় নাথাকিল । ব্ৰহ্মপুত্ৰও পাটবাউসীৰ পৰা অনেক দূৰৈত, গতিকে শঙ্কৰৰ শিষ্য দামোদৰ

দেৱ আৰু বৰ্ত্তমান পাটবাউসী সত্র প্রৱর্ত্তক দামোদৰ দেৱ যে একে নহয় তাক আদি চৰিতেই বুজাই দিছে। দৈত্যাৰি ঠাকুৰে লিখা গুৰু চৰিতত ভোবোৰা দামোদৰ আৰু দামোদৰ গুৰু এই দুজনৰ উল্লেখ আছে। বৰ্ত্তমান পাটবাউসীৰ দামোদৰ এই দুজনৰ ভিতৰতো নপৰে।" আদি চৰিতত উল্লেখ থাকিলেও দেৱ দামোদৰ গুৰু শঙ্কৰদেৱৰ শিষ্য আছিল বুলি প্রমাণ পোৱা নাযায় আৰু দক্ষিণপাট সত্র স্থাপনৰ বিৱৰণীও উক্ত কথাখিনিৰ অসাৰত্ব প্রমাণ কৰে।

পাটবাউসীৰ বৰ্ত্তমান সত্রাধিকাৰ শ্রীযুত গুৰু কৃষ্ণ গোস্বামীদেৱে তেখেতৰ "শ্রীশ্রীদামোদৰদেৱ" পুথিৰ ১১ পৃষ্ঠাত লিখিছে:—"শঙ্কৰদেৱৰ চৰিতকাৰ বিলাকৰ ভিতৰত ৰামচৰণ ঠাকুৰে লিখিছে, কৃষি কৰি পেট প্রৱর্ত্তোৱা 'দয়ালৰ পুত্র দামোদৰক' শঙ্কৰদেৱে কৃষ্ণ ভক্তি শিক্ষা দিয়ে। শঙ্কৰদেৱে এওঁক এঠাইত 'কন্দলি আতাই' বুলিছে। এওঁ ইমান অজ্ঞ আছিল যে 'নমস্কাৰ কৰি ভকতৰ শাৰীত বসিবাক নজানয়।" মহাপুৰুষ দামোদৰদেৱৰ পিতাকৰ নাম সদানন্দহে দয়াল নহয়; তেওঁ কাহানিও কন্দলি উপাধি লিখা নাছিল। আকৌ নীলকণ্ঠৰ মতে 'চাৰিবেদ চৈধ্য শাস্ত্র'ত পাৰদর্শী হোৱা ভট্টদেৱ, গোপাল মিশ্রৰ দৰে পণ্ডিতকো চৰণ পদ্মত

মস্তক অৱনত কৰাই উপদেশ দিব পৰা শ্ৰীদামোদৰদেৱে যে নমস্কাৰ কৰি ভকতৰ শাৰীত বহিব নাজানিব ই কোনো মতেই বিশ্বাসনীয় নহয়। গতিকে এওঁ কোনোবা দয়ালৰ পুত্ৰ দামোদৰহে গুৰু শ্ৰীদামোদৰ নহয়।" ইয়াতো কৃষ্ণভক্তি শিক্ষা দিয়াৰ কথাহে আছে; শৰণৰ কথা স্পষ্টভাবে নাই।

দক্ষিণপাট সত্ৰৰ বিৱৰণৰ পৰাও জনা যায় যে এই সত্ৰখন দেৱ দামোদৰ গুৰুৰ স্থাপিত সত্ৰ নহয়। তেৰাৰ ৬০।৭০ বছৰ পাচত বনমালীদেৱেহে এই সত্ৰ স্থাপন কৰে। স্বৰ্গীয় জয়ধ্বজ সিংহ মহাৰজাই ১৫৭৬ শকত ভাটী কোচ বেহাৰৰ পৰা বনমালীদেৱক অনাই এই সত্ৰ পাতি দিয়ে। বনমালীদেৱ চৰিত্ৰত আছে যে যি যাদৱৰাই মূৰ্ত্তি শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক দি তেওঁক দক্ষিণপাট সত্ৰত স্থাপন কৰে সেই মূৰ্ত্তিও তেনেকৈ পোৱা নহয়। বনমালীদেৱে নিজে শ্ৰীক্ষেত্ৰৰ পৰা এই মূৰ্ত্তি আনি পাট নগৰৰ ওচৰত ৰজাই পাতি দিয়া দক্ষিণপাট সত্ৰত স্থাপন কৰে। ভাগৱত শাস্ত্ৰত বিশেষ ব্যুৎপত্তি আৰু পাণ্ডিত্য থকাৰ কাৰণে তেওঁ কোচ বেহাৰৰ বৈকুণ্ঠ ধাম সত্ৰত ভাগৱতীৰ পদত আছিল। পাচত উজনীলৈ যোৱাৰ সময়ত সেই ভাগৱত পুথি তেওঁ লগত লৈ যোৱাতোহে সম্ভৱ অৱশ্যে এই

ভাগৱত কোনো কোনো চৰিত্ৰত থকা শঙ্কৰদেৱে, দেৱ দামোদৰ গুৰুক সোণৰ শলখা দি দিয়াথনো হব পাৰে। বনমালীদেৱ ভাগৱত ব্যাখ্যাত পটু থকাৰ বাবে তেওঁ গুৰুৰ উপঢৌকনৰ বস্তু লাভ কৰিব পাৰে।

দক্ষিণপাট সত্ৰ যে স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ দিনত বনমালীদেৱৰ দ্বাৰাহে স্থাপিত হৈছিল তাক বুৰঞ্জীও কয়। 'চকৰীফেঁটী বুৰঞ্জী'ৰ পৰা হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই বাঁহীত তুলি দিছিল ঃ—"সেই সময় জয়ধ্বজ সিংহ মহাৰজাই যদু চৰণৰ আগতকৈ বেহাৰত বনমালী গোসাঁই আছিল—গোসাঁই আহিবলৈ অশেষ প্ৰকাৰে বচন বুলিলে। গোসাঁয়ো মহাৰজাৰ বচন শুনি প্ৰাণ নাৰায়ণ ৰজাক বুলিলে। প্ৰাণ নাৰায়ণ ৰজায়ো বিদায় কৰিলে। গোসাঁয়ে বোলে মহাপ্ৰভু শ্ৰীজগদীশ জগন্নাথক দৰ্শন হবলৈহে পূৰ্ব্বে আসিলো এখন জগন্নাথ দৰ্শন হবহে বিদায় কৰো। প্ৰাণ নাৰায়ণ ৰজায়ো বোলে বাৰু যা। গোসাঁইপ্ৰভু জগন্নাথ দৰ্শন হৈ পুনৰ ঘূৰি আহ গৈ। গোসাঁয়ে বোলে আমি স্বতন্ত্ৰ নোহো, আমি ঈশ্বৰ অধীন—ঈশ্বৰে কোন ঠাইক নিয়ে একো নজানি। এই বুলি দেৱ বনমালী জগন্নাথলৈ গ'ল। গোসাঁয়ো জগন্নাথ দৰ্শন হৈ পুনৰবাৰ ফিৰি আহি বিজয়পুৰত ৰল হি। এই কথা ৰজাই শুনি বৰফুকনলৈ

বুলিলে বোলে গোসাঁইক শীঘ্ৰ কৰি আনক! মহা-ৰাজাৰ আজ্ঞা শুনি বৰফুকনেও গোসাঁইক মানুহ দি অনাই কলিয়াবৰত জথলাবান্ধাত সত্ৰ কৰি থলে। কত দিন থাকি জতকৰাত (শাকবাৰীত) সত্ৰ কৰি মহা-ৰজাই তাতে থলে। তাত পাচে বনমালীদেৱক আনি ভাটীয়াপাৰৰ পুখুৰী উছৰ্গা কৰিলে।" (বাঁহী ৬ষ্ঠ বছৰ ৭ম সংখ্যা জেঠ ১৮৩৭ পৃঃ ৩৮৩।৮৪) দক্ষিণপাট সত্ৰৰ বিৱৰণতো ঠিক একে কথাকে পোৱা যায়ঃ—
"১৫৮৫ শকত উক্ত মহাৰাজাৰ অন্তিম সময়ত বনমালী-দেৱ গোসাঁইক নিয়াই ৰাঙ্গলীবাহৰ পাট নগৰ আদি সম্পূৰ্ণ কৰি তেওঁ স্বৰ্গী হয়। তেতিয়াৰ পৰা দক্ষিণ-পাট সত্ৰ নাম প্ৰখ্যাত হয়। ৰজাৰ পাট নগৰতে সত্ৰ পতাই দিয়াৰ বাবে দক্ষিণপাট সত্ৰ বোলে। বনমালীদেৱে যুধিষ্ঠিৰ মহাৰাজাৰ যজ্ঞৰ মূৰ্ত্তি যাবদ ৰায়ক শ্ৰীক্ষেত্ৰৰ পৰা আনি সেই পাট নগৰৰ ওচৰত ৰজাই পাতি দিয়া দক্ষিণপাট সত্ৰতে স্থাপন কৰে।"
(বাঁহী ৩য় বছৰ ৮ম সংখ্যা আহাৰ ১৮৩৪)।

জয়ধ্বজ সিংহৰ ৰাজত্বকাল ১৫৭৬ শকৰ পৰা ১৫৮৫ শকলৈ। শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক থাপি দক্ষিণপাট সত্ৰ নিৰ্ম্মাণ কৰা অসম্ভৱ। বনমালীদেৱ চৰিত্ৰতো একে কথাকে পোৱা যায়।

## দেৱ দামোদৰ গুৰু

দ্বিতীয় বছৰৰ তৃতীয় সংখ্যা আসাম বান্ধৱত সম্পাদক ডাঙৰীয়াই "শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্ম শতিকা আৰু চৈতন্য-দেৱৰ লগত সম্বন্ধ" প্ৰশ্নৰ উত্তৰত লিখিছে ঃ— তেৰেই (ৰামচৰণ ঠাকুৰে) স্পষ্টকৈ কৈছে "দামোদৰদেৱ স্বয়ং ভাগৱত ধৰ্ম্ম প্ৰৱৰ্ত্তক" শঙ্কৰদেৱৰ শিষ্য বুলি স্বীকাৰ কৰা নাই। শঙ্কৰদেৱৰ আটাইকেইখন চৰিত্ৰৰ ভিতৰত এইখনকেই সমসাময়িক গ্ৰন্থকাৰৰ নিৰ্ভুল আৰু বিস্তৃত বুলি বিবেচনা কৰে। এইখন পুথিৰ প্ৰমাণ সকলোৱে গ্ৰহণ কৰে। তদুপৰি আন আন চৰিত্ৰয়ো স্পষ্ট কৰি একো কথা নকয়। দৈত্যাৰি ঠাকুৰেও কৈছে যে দেৱ দামোদৰ গুৰুৱে শঙ্কৰদেৱৰ ওচৰক শৰণ লবলৈ গৈছিল, কিন্তু তেওঁ নিজে শৰণ নিদি ৰাম ৰাম গুৰুৰ ওচৰলৈ পঠালে ঃ—

শুনি দামোদৰ গুৰু বুলিলন্ত পাচে।
মোৰ এক শৰণ হৈবেক মন আছে॥
শঙ্কৰে বোলন্ত ৰাম ৰাম শুনিয়োক।
তুমি দামোদৰক শৰণ কৰায়োক॥ ৮৯১
শুনি দামোদৰ গুৰু বুলিলা বচনে।
আসি আছো বাপ মই তোমাঠৈৰ মনে॥
আনৰ থানক মোক ঠেলি নপঠাবা।

আপুনি তোমৰা মোক উপদেশ দিবা ॥ ৮৯৬
বোলন্ত শঙ্কৰদেৱে তুমিও ব্ৰাহ্মণ।
ব্ৰাহ্মণক গুৰুমানি লৈয়োক শৰণ ॥
হেনশুনি বুলিলন্ত দামোদৰ গুৰু।
সাক্ষাতে তোমৰা ভকতৰ কল্পতৰু ॥
কতো ভাগ্যে পাইলো আসি তোমাঠৈৰ সঙ্গ।
উচ্ছুক মনক মোৰ নকৰিও ভঙ্গ ॥
তোমাঠৈৰ বিনে গুৰু আন নমানিবো ॥ ৮৯৮
এহিবুলি দামোদৰ গুৰু ৰঙ্গ মন।
কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ ॥

কিন্তু ইয়াতো কথাটো স্পষ্টকৈ নাই। দেৱ দামোদৰ গুৰুৰ মন ভঙ্গ হৈছিল নে নাই তাক জনা নাযায়। "কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ" কাৰ পৰা তাকো বুজিবৰ উপায় নাই।

ওপৰৰ কথাবোৰৰ পৰা এইটো স্পষ্টকৈ ওলাই পৰে যে দেৱ দামোদৰ গুৰু চৈতন্যদেৱ, শঙ্কৰদেৱ নাইবা ৰাম দাস গুৰুৰ শিষ্য নাছিল। তেতিয়া হলে তেওঁৰ গুৰু কোন আছিল ? সশৰীৰী আৰু সজীৱ মানৱ নে শঙ্কৰদেৱৰ গুৰু ভাগৱত শাস্ত্ৰৰ দৰে অচেতন কিবা। তেওঁ ক'ত আৰু কাৰ পৰা আত্মতত্ব লাভ

কৰিছিল। তেওঁৰ প্ৰায়খিনি চৰিত্ৰ পুথিতে তেওঁ হাজোৰ ৰত্নেশ্বৰ গাওঁত থাকোতে আৰু অনুমান চৈতন্য দেৱৰ (তেতিয়াৰ নৈয়ায়িক নিমাই পণ্ডিত) লগত হাজোৰ মাধৱ মন্দিৰত দেখা হোৱাৰ ২।৩ বছৰ পাচত সন্ন্যাসী বেশী নাৰদৰ পৰা হাজোৰ মণিকূট পাহাৰৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰত তত্ত্বজ্ঞান পোৱা বুলি পোৱা যায়। সেই সময়ত দেৱ দামোদৰ গুৰুৱে মাধৱ মন্দিৰত ভাগৱত পাঠ কৰি বছৰ চেৰেক আছিল। এই একে কথাকে কবিচন্দ্ৰৰ সন্তচৰিত, ৰাম ৰায়ৰ গুৰুলীলা, তেওঁৰ অতি বৃদ্ধ শিষ্য হৰি আতাৰ গীত আৰু অন্তৰঙ্গ শিষ্য বৈকুণ্ঠদেৱ বা ভট্টদেৱৰ লিখাতো পোৱা যায়।

আসিলন্ত নাৰদ সন্ন্যাসীবেশ ধৰি
দামোদৰে আৰাধিলা ভক্তি ভাব কৰি ॥ ১৪৫
সাক্ষাতেসে বিষ্ণুৰূপ ঋষিয়ে জানিলা।
জীৱ উদ্ধাৰিতে তাঙ্ক তত্ত্বজ্ঞান দিলা ॥
দীক্ষাদান দিয়া ঋষি বৈকুণ্ঠে চলিলা।
দামোদৰদেৱে ৰত্নেশ্বৰক আসিলা ॥ ১৪৬
গুৰুগীতা

সন্ন্যাসী বেশ ধৰি জগতৰ উপকাৰী
আসিলা নাৰদ মহা ঋষি।

নাৰদে কহিলা যত পূৰ্ব্বাপৰ আদি অন্ত
দামোদৰে আছিলন্ত শুনি। সন্তচৰিত

গচ্ছ বৎস দ্বিজোভূত্বা কলৌ মণিময়া চলে।
নাৰদানুগ্ৰহে নৈব জ্ঞান লব্ধেহ স্বাস্থতি।
কামৰূপে হয়গ্ৰীৱমাধৱাচল সন্নিধৌ।
নাৰদাভিৰূপেনৈব তস্মৈজ্ঞানমদাৎ মুদা।
ভট্টদেৱ।

নাৰদৰ হস্তে দিব্যজ্ঞান পাই
ভকতি কৰি প্ৰচাৰ।
চাৰিদিশে চাৰি আচাৰ্য্য থাপিলা
ভট্টদেউ অধিকাৰ॥ গুৰুস্তুতি (হৰি আতা)।

ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াৰ "শ্ৰীশ্ৰীদামোদৰদেৱ আৰু হিন্দুধৰ্ম্ম" পুস্তিকাতো এই কথাই আছে।

আন আন বহুতো ধৰ্ম্মাচাৰ্য্যই এইদৰে ইষ্ট মন্ত্ৰ লাভ কৰাৰ আৰু কোনো কোনো দেৱতাই বেশছন কৰি ভক্তক পৰীক্ষা কৰা আৰু শিক্ষা দিয়া আখ্যান দেখাৰ পোৱা যায়। ভক্তি ৰত্নাৱলীৰ লিখক বিষ্ণুপুৰী সন্ন্যাসীকো ব্ৰাহ্মণ বেশধাৰী বিষ্ণুৱে ভাগৱত চৰ্চ্চা কৰিব দিয়া বুলি উল্লেখ থকা দেখা যায়। শঙ্কৰাচাৰ্য্যইও তেনেকুৱাকৈ উপদেশ পাইছিল। হৰিদেৱেও

জনাৰ্দ্দন দেৱালয়ত কোনো সিদ্ধ সন্ন্যাসীৰ পৰা ইষ্ট মন্ত্ৰ লাভ কৰাৰ কথা তেওঁৰ চৰিতত আছে। এনেকুৱা উদাহৰণ আৰু বহুতো দিব পৰা যায়। কোনো কোনোৱেঁ আকৌ বংশী গোপালদেৱ চৰিত্ৰৰ—

শুনি দেৱ দামোদৰে পৰম প্ৰেমত।
বলন্ত শুনিও তুমি মহা ভাগৱত॥
ওৰেষা দেশৰ বাসুদেৱ বিপ্ৰবেশ।
তাহান্ত লভিছো জ্ঞান ভক্তি উপদেশ॥

কথাৰ ওপৰত জোৰ দি দেৱ দামোদৰ গুৰুক পুৰীৰ বাসুদেৱ সন্ন্যাসীৰ শিষ্য বুলি কব খোজে। কিন্তু আচলতে ওপৰোক্ত পদখিনিয়ে শৰণ লোৱা কথা বুজোৱা নাই আৰু এই পুথি দেৱ দামোদৰ গুৰুৰ চৰিতকাৰ আৰু সমসাময়িক অন্তৰঙ্গ শিষ্য হৰি আতা, ভট্টদেৱ প্ৰভৃতিৰ বহুত বছৰ পাচত লিখা পুথি। এই বিষয়ে 'শৰণ সংহিতা'ৰ সম্পাদক শ্ৰীউমাকান্ত গোস্বামীদেৱে উক্ত পুথিৰ মুখ বন্ধত লিখিছেঃ— "ইয়াত প্ৰণিধান যোগ্য কথা শ্ৰীবংশীদেৱে শৰণ গ্ৰহণ কৰা স্থান পাটবাউসী সত্ৰৰ স্থাপিত বিগ্ৰহ বাসুদেৱ (জগন্নাথ); অনাড়ম্বৰ গম্ভীৰ দামোদৰ চৰিত্ৰত তেওঁ জগন্নাথৰ লগত সম্বন্ধ-জীৱনৰ আদিৰ পৰা অন্তলৈ আছে। লীলা সামৰণিৰ

সময়তো জগন্নাথৰ পৰা আচৰিতৰূপে অহা নিৰ্ম্মাল্য আদি গ্ৰহণ কৰিহে প্ৰভুৱে বৈকুণ্ঠ প্ৰয়াণ কৰাটো নীলকণ্ঠই চৰিতত লিপিবদ্ধ কৰিছে। গতিকে ইয়াত বাসুদেব মানুহৰ নাম বুলি বুজিলে ভুল হব। তেতিয়াহলে "বেশ" পদ যোগ কৰি "বিপ্ৰবেশ" সমস্ত পদ কৰাৰ কোনো সাৰ্থকতাই নাথাকে। বস্তুতঃ বাসুদেৱ শ্ৰীনাৰায়ণ ভাবত, শ্ৰীভাগৱত শাস্ত্ৰৰো মূল প্ৰৱৰ্ত্তক সুতৰাং ভাগৱত ধৰ্ম্মৰো আদি প্ৰৱৰ্ত্তক (পৃঃ ১৫)।

"গুৰুলীলাকাৰ ৰাম ৰায়ৰ (বৰাহ কুণ্ডত পূৰ্ব্বে চৈতন্য আছিল) উক্তিটোৰ পৰা কিন্তু শ্ৰীচৈতন্যদেবৰ শ্ৰীদামোদৰ গুৰুৰ দীক্ষাগুৰু বুলি বুজিব নোৱাৰি। কাৰণ পূৰ্ব্বাঞ্চল ভ্ৰমণক্ৰমে মণিকুটলৈ নিমাই পণ্ডিতৰ অহা যিটো সময় তাৰ বহু পাচতহে শ্ৰীচৈতন্যদেৱে সন্ন্যাস গ্ৰহণ কৰিছিল। গতিকে মণিকূটত শ্ৰীচৈতন্যৰ সন্ন্যাসী বেশ নাছিল গৃহী ব্ৰাহ্মণ পণ্ডিতৰ বেশহে আছিল। আৰু আবাল সিদ্ধ প্ৰেম আছিল যদিও তেওঁ পূৰ্ব্বাঞ্চলৰ পৰা ফিৰি গৈ হে ব্ৰহ্ম সম্প্ৰদায়ৰ শ্ৰীমাধবেন্দ্ৰ পুৰীৰ শিষ্য শ্ৰীঈশ্বৰ পুৰীৰ পৰা গয়াধামত নিজে বৈষ্ণৱ দীক্ষা গ্ৰহণ কৰে।" (পৃঃ ১৬)।

যদিও বৰ্ত্তমানত শঙ্কৰদেৱ আৰু দেব দামোদৰ গুৰুৰ ধৰ্ম্মমত সম্পূৰ্ণ একে নহয়—অমিলখিনি যথাস্থানত

উল্লেখ কৰা হৈছে তথাপি ধৰ্ম্ম ধম্বন্ধে একেলগে বহি আলাপ-আলোচনা কৰাটো অমূলক নহয়। দুয়ো পন্থৰ পাৰ্থক্যৰ ভিতৰত বোধকৰো এইখিনিয়ে যে দামোদৰী-য়াই নিত্য-নৈমিত্তিক ক্ৰিয়া ৰাখি শ্ৰুতি আৰু স্মৃতি দুয়োমতে চলে আৰু শৰণ আৰু দীক্ষা দুয়ো বিধৰে প্ৰচলন তাত আছে। বেদবিহিত কাৰ্য্য কৰিবলৈ অৱশ্যে কতো বাধা নাই। মাধৱদেৱ স্বয়ং কেৱলীয়া আছিল যদিও তেৱেঁই ঘোষাত "অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ" আছে বুলি লিখিছে। অন্যান্য বস্তুৰ দৰে ভক্তৰো নানা বিধৰ ঠাইত তিনিটা প্ৰধান ভাগ আছে। সেয়ে হৈছে সাধাৰণ, মধ্যম আৰু উত্তম। এই তিনি বিধ ভক্তক আমি দুগ্ধ, লৱণু আৰু মাখনৰ লগত তুলনা কৰিব পাৰো। সাধাৰণ ভক্ত যাক দুগ্ধৰ লগত তুলনা কৰা হৈছে তেওঁ সহজতে সংসাৰত অৰ্থাৎ পানীত মিহলি হৈ যায়। তাৰ ওপৰৰ বিধ অৰ্থাৎ মধ্যম ভক্ত যাক লৱণুৰ লগত তুলনা কৰা হৈছে, তেওঁ সংসাৰত তৎক্ষণাৎ মিহলি নহলেও অলপ লৰা-চৰা হলেই ক্ৰমে মিহলি হয়; কিন্তু প্ৰকৃত বা উত্তম ভক্ত যাক মাখনৰ লগত তুলনা কৰিব পাৰা যায় তেওঁ মাখন পানীত মিহলি নহৈ ভাহি উঠাৰ দৰে একো-পধ্যে সংসাৰত লিপ্ত নহয়। তেৱেঁই উত্তম ভক্ত যাক

ঘোষাৰত্নত "মোক্ষতো যাহাৰ নাহি মন" আৰু নাম ঘোষাত "মুক্তিতো নিস্পৃহ যিটো" বুলি উল্লেখ কৰা হৈছে। এনেকুৱা ভক্তৰ হে "বেদলঙ্ঘিবাৰ দোষ" নাই ; যেহেতু তেওঁ ব্ৰহ্মজ্ঞান লাভ কৰি অহং ভাব দূৰ কৰিব পাৰিছে। সিদ্ধসন্ন্যাসী বিলাকেও ক্ৰিয়া-কাণ্ড নকৰে। ব্ৰহ্মজ্ঞানী ভক্তবিলাকৰ পক্ষেও সেই। নহলে যাৰ তাৰ পক্ষে বেদ লঙ্ঘন আমাৰ কথাত "হবক দেখি বিহ খোৱা" যেনহে। আকৌ মাধৱদেৱৰ ৰত্নাৱলীতে আছে :—

পৰম ৰহস্য জানি প্ৰভু ভগৱন্ত।
মুখ্য শাস্ত্ৰমানে নিজ মুখে কহিলন্ত ॥
যিসব উপায় কহি আছে কৃপাময়।
অজ্ঞানী সকলে কৰি তাহাকে আশ্ৰয় ॥
মহাসুখে আত্মতত্ত্ব জানে সমুদায়।
তাকে বুলি ভাগৱতী ধৰ্ম্ম নিমিৰায় ॥
যেন মহা সুখে ভাগৱতী ধৰ্ম্ম চয়।
প্ৰকাশিয়া কহোঁ আক শুনা মহাশয় ॥
চাৰিবেদ অষ্টাদশ স্মৃতি নিৰন্তৰ।
এই দুই চক্ষু জানা ব্ৰাহ্মণ সবৰ ॥
তাকে বুলি কণা যাৰ এক চক্ষু নাই।
দুইকো নামানিলে অন্ধ বুলি সমুদায় ॥

ইয়াত মনু সংহিতাত লিখা"শ্রুতি স্মৃত্যাদিতো ধৰ্ম্ম"ঃকথাকে বুজাইছে। সেইবাবে শ্রুতি আৰু স্মৃতি এই দুয়ো মত মানি চলিলেও মানুহ পতিত নহয় আৰু ব্রাহ্মণ (লোক) মাত্রৰে ইয়াক অনুসৰণ কৰাহে যুক্তিযুক্ত। সেইবাবেই দেৱ দামোদৰ গুৰুৱে ব্রাহ্মণৰ বাবে দীক্ষা সংস্কাৰ আৰু নিত্য-নৈমিত্তিক কাৰ্য্যৰ বিধি ৰাখিছে, আৰু সেই বিধান ভাগৱতী ধৰ্ম্মৰ বিৰোধী নহয়। যদি দুয়ো পন্থাৰ ভিতৰত কিবা পাৰ্থক্য আছে তেন্তে সি দীক্ষা আৰু নিত্য-নৈমিত্তিক কৰ্ম্ম। মহাপুৰুষীয়াৰ কেৱল নাম ধৰ্ম্ম শৰণ প্রচলিত। দামোদৰীয়াৰ পাত্র ভেদে দীক্ষা আৰু শৰণ দুয়ো বিধৰ প্রচলন আছে। সেই বুলি বৈষ্ণৱ মন্ত্রত দীক্ষিত হৈ পশু বলি দি দেৱ-দেৱী পূজা কৰা শ্রেয় নহয়। কৰিলে সি ভ্রষ্ট হয়ঃ—

বিষ্ণুভক্তি সমাসাদ্য পশু ঘাতং সমাচৰন্।
কৃতান্য দেৱতা পূজা ভ্রষ্টো ভবতি নিশ্চিতম্॥

বৈষ্ণৱ মাত্রৰে একমাত্র পূজনীয় দেৱতা হৈছে স্বয়ং কৃষ্ণ দেৱ। গতিকে ধৰ্ম্মৰ মূল তত্ত্বত দুয়োজনৰে উদ্দেশ্য একে। দুয়ো পন্থৰে একমাত্র উপাস্য দেৱতা কৃষ্ণদেৱ। ধৰ্ম্মমত সম্বন্ধে আমি পাচত অলপ বহলাই আলোচনা কৰিবলৈ চেষ্টা কৰিম। —)ঃ × ঃ(—

## সপ্তম অধ্যায়।

## ধৰ্ম্ম প্ৰচাৰ।

তেতিয়াৰ কামৰূপৰ মধ্য অঞ্চলৰ বাউসী পৰগণা এখন প্ৰসিদ্ধ শিক্ষাকেন্দ্ৰ আছিল। এই বাউসীৰ ভিতৰত শিলা গাওঁত বহুত সংস্কৃত পণ্ডিত আৰু টোল আছিল; আৰু ইয়াৰ সংস্কৃত টোলত স্থানীয়ৰ কথাই নাই নানা দূৰ ঠাইৰ পৰা বহুতো ছাত্ৰই আহি সংস্কৃত শিক্ষা লাভ কৰিছিল।

এই বাউসী পৰগণাৰ ধনুখান্দা বিলৰ পশ্চিম পাৰৰ বৰল চণ্ডত শঙ্কৰদেৱ আৰু পূব পাৰৰ ব্যাস পাৰাত দেৱ দামোদৰ গুৰুৱে থিতাপি লৈ দুয়োজনা মহাপুৰুষে ভকতৰ হাটী সজাই লৈ পবিত্ৰ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰি আছিল। এই ঠাইতে হাজাৰ বিজাৰ মুক্তি আৰু জ্ঞান পিপাসু ভক্তই আহি ৰুচি আৰু

খুচিমতে যাৰ যিজনাৰ প্ৰতি ভক্তি শ্ৰদ্ধা হৈছিল সিয়ে সিজনাক গুৰু মানি ভক্তি লভিছিল। কোনোজনৰ প্ৰতি কোনোজনৰ বিৰূপ ভাব নাছিল।

এইদৰে ভক্তি, মুক্তি আৰু জ্ঞান পিপাসু ভক্তৰ সোঁতে ঢৌৱাই তোলাত বৰলচুঙ (শঙ্কৰদেৱৰ থান) আৰু ব্যাসপাৰা (দেৱ দামোদৰ গুৰুৰ থান) লোকে লোকাৰণ্য হ'ল। সেই সময়ত দেৱ দামোদৰ গুৰুৱে ভক্তসকলৰ সমূহীয়া মিলনৰ সুবিধাৰ্থে অসমত পোন প্ৰথমে সুবৃহৎ কীৰ্ত্তন ঘৰ মণিকুট সাজি সত্ৰ প্ৰতিষ্ঠা কৰাৰ পাচত বৰলচুঙ আৰু ব্যাসপাৰা উভয় নাম সলনি হৈ ধৰ্ম্ম ৰাজ্যৰ ৰাজধানী স্বৰূপ এই ঠাইৰ নাম বাউসীৰ পাট বা পাটবাউসী হয় আৰু অদ্যাপি সেই নামেই ইয়াৰ নামাকৰণ হৈ আছে। তেওঁৰ বাস আৰু ধৰ্ম্ম প্ৰচাৰৰ প্ৰধান কেন্দ্ৰ প্ৰথম সত্ৰ হোৱাৰ বাবেই নীলকণ্ঠই "বৈকুণ্ঠ সমান যিটো পাটবাউসী ভৈলা" বুলি লিখিছে আৰু দেৱ দামোদৰ গুৰুৰ আদি ধামত অসমৰ প্ৰথম সত্ৰ এই পাটবাউসী ১৪৬২ শকত স্থাপিত হয়।

সেই সময়ত বাউসী পৰগণাই আছিল শিক্ষাৰ নিচিনা ভাগৱত ধৰ্ম্মৰো ঘাই কেন্দ্ৰ। দেৱ দামোদৰ গুৰু, শঙ্কৰদেৱ, হৰিদেৱ আৰু মাধৱদেৱ এই চাৰিও-

জনা পুৰুষৰে বাউসী পৰগণাই আছিল ধৰ্ম্ম ৰাজ্যৰ ৰাজধানী স্বৰূপ। চাৰিওজনা পুৰুষে এই সময়ত পৱিত্ৰ ভক্তি ৰসেৰে নামনি অসম প্লাৱিত কৰি তুলিছিল। ভক্তিৰ হৰিধ্বনিয়ে কাণত অমৃত ঢালাৰ দৰে আনন্দ বঢ়োৱাত দিনে দিনে শই শই বেদ নামানা নাস্তিকেও আহি তাৰা সকলৰ পৰা ধৰ্ম্ম কথা শুনি তাৰা সকলৰ ওচৰত নতশিৰে শৰণ লৈ কৃত কৃত্য হৈছিল।

দেৱ দামোদৰ গুৰুৱে ধৰ্ম্ম প্ৰচাৰৰ বাবে কোনো পুথি লিখাৰ কথা জনা নাযায়; আৰু তেনেকুৱা কোনো পুথি আজিলৈকে প্ৰকাশ হোৱা নাই! পুৰণি উষা মাহেকীয়া কাকতত দণ্ডীপৰ্ব্ব পুথিৰ সমালোচকে সেই পুথি তেওঁৰ লিখা বুলি অনুমান কৰিলেও আমি হলে তাক বিশ্বাস কৰাত টান পাইছোঁ। উষাত গীতাৰ টীকা, দণ্ডীপৰ্ব্ব আদি পুথিও দেৱ দামোদৰ গুৰুৰ দ্বাৰা লিখা বুলি উল্লেখ কৰিলেও (উষা ১ম ভাগ ৯।১০ম সংখ্যা) আৰু তেওঁৰ লিখা কীৰ্ত্তন এখনো আছে বুলিও লিখিছে যদিও তেওঁ নিজে কোনো পুথি লিখাৰ প্ৰমাণ আমি বিচাৰি পোৱা নাই। তেওঁ মাত্ৰ নিজ প্ৰতিভা আৰু পাণ্ডিত্যৰ গুণতে আৰু শাস্ত্ৰৰ বিধান বোৰ উত্তমৰূপে লোকক সংশয় ছেদি বুজাব পাৰা অসাধাৰণ শক্তিৰ বলতে লোকক আকৰ্ষণ কৰি সদুপ-

দেশৰ দ্বাৰা ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ আৰু প্ৰসাৰ কৰিছিল। কেৱল মাজে সময়ে লোকক উপদেশ দিবলৈ আৰু নিজ মনৰ শান্তিৰ বাবে দুটা এটা আত্মতত্ত্ব সম্বন্ধীয় গীত ৰচনা কৰিছিল। পুথি ৰচনা তেওঁৰ সহ-কৰ্ম্মী আৰু সহধৰ্ম্মী শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰাম সৰস্বতী, ভট্টদেৱ, গোপাল মিশ্ৰ, শ্ৰীহৰি দাস, প্ৰভৃতি কবি সকলেই কৰিছিল। লিখক নহলেও ধৰ্ম্ম প্ৰচাৰক হব পাৰাৰ উদাহৰণ শ্ৰীচৈতন্য, ৰামকৃষ্ণ প্ৰভৃতিত পোৱা যায়।

দেৱ দামোদৰ গুৰুৱে ধৰ্ম্ম প্ৰচাৰ কৰাত তেওঁৰ প্ৰধান শিষ্য আৰু দ্বিতীয় দামোদৰ আখ্যা ধাৰী বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্য্য ( ভট্টদেৱ ) আৰু গোপাল মিশ্ৰ প্ৰভৃতিয়ে তেওঁৰ ধৰ্ম্মমত ব্যাখ্যা কৰি দামোদৰীয়া ভাগৱতী ধৰ্ম্মৰ দৰ্শন তৈয়াৰ কৰি থৈ গৈছে। সেই সম্পৰ্কে আমি ইয়াৰ পাচৰ অধ্যায়ত বহলাই আলোচনা কৰাৰ চেষ্টা কৰিম। দেৱ দামোদৰ গুৰুৰ স্বৰচিত বুলি উল্লেখ থকা আৰু বৰ্ত্তমানলৈ বিচাৰি পোৱা মাত্ৰ তিনিটা গীত আমি ইয়াত উল্লেখ কৰিলো:—

## দেৱ দামোদৰ গুৰু

গীত—ৰাগ কেদাৰ ।

১। ধ্ৰুং—শুনৰে কুবুদ্ধিমন জানা তই নিলাজ মন
কেনে নোবোলস হৰি ।
(চাৰণ) আৰে তোৰ গাৱে চেতন নাহিকে
ভৱ অৰণ্যত পৰি ॥
(পদ) এভৱ অৰণ্যে দেহপশু গণে
বিষয় ঘাসক খাই ।
কাল মায়া জালে চৌবেৰা কৰিছে
তাঙ্ক কেহ দেখা নাই ॥
আৰো কাল ব্যাধে ধনুশৰ ধৰি
চুম্পি ফুৰে পাচে পাচে ।
সত্ব ৰজঃ তম তিনি গুণ জৰি
গলত মেহ্লাই আছে ॥
কাম ক্ৰোধ ক্ৰুৰ ই তিনি কুকুৰ
গাৱৰ মাংসক খাই ।
লোভ মোহ মায়া নচাৱন্ত সদা
দৰে ধাতু উৰি যাই ॥
কহে দামোদৰ নিলাজ মনাইৰে
তথাপি নাহি ধিক্কাৰ ।
কৃষ্ণৰ চৰণ হৃদয়ে ধৰিয়া
ভৱনদী হুয়ো পাৰ ॥

# দেৱ দামোদৰ গুৰু

## গীত—ৰাগ বসন্ত ।

২। কিনো অদভুত ভৈলা মন ভাই
কিনো অদভুত ভৈলা ।
হাৰে তিনিবেৰ ঘৰৰে ভিতৰ
ব্ৰহ্মাণ্ডে মজ্জিত ভৈলা ॥
উৰ্দ্ধে ৰবি জ্বলা অধে শশী কলা
মধ্যভাগে অখণ্ডল ।
মাজ সাগৰত পশিলা ঈশ্বৰ
সবাৰো ভাঙ্গিলা বল ॥
বহ্নিত পৰিয়া ভ্ৰমৰা উৰাই
ত্ৰিপানীতে পানী খাই ।
ব্ৰহ্মাণ্ডৰ ভিতৰে ঘূৰিয়া আসিলো
শৃগালৰ হাত নেৰাই ॥
উৰ্দ্ধগিৰিৰ পৰা শুদ্ধ প্ৰবেশিলা
কামৰূপে কামৰাই ।
চন্দ্ৰ মণ্ডলে গুঞ্জৰি গুঞ্জৰি
ভ্ৰমৰা গোপনে যাই ॥
কহে দামোদৰ কৃষ্ণৰ কিঙ্কৰ
গুৰু পদ কৰি সাৰ ।
গুৰু অনুমতি নামে পৰম গতি
হুয়ো ভৱনদী পাৰ ॥

৩। গীত—ৰাগ বেলোৱাৰ।

ধ্ৰুং—ও মনাই ভজৰে গোবিন্দৰ পায়।

চাৰণ— বৃথা আয়ু যাই পামৰ মনাই
কেনে আছা বাট চাই॥

পদ— ভাৰ্য্যাৰ সঙ্গে পুত্ৰৰ ৰঙ্গে
বয়স গোৱাইলি হেলে।
কপটীয়া মন কৰহ কি কাম
আয়ু হৰি নিলা কালে॥
দশ ইন্দ্ৰে ভৈলা শিমলুৰে খুণ্টা
সিও লৰ চৰ কৰে।
কালবাৰে পাই তাকো নিবে উৰুৱাই
পৰি ৰৈবি একাল চৰে॥
দ্ৰব্য জগতৰ তোহোক নোজোৰে
ধন বিত্ত ৰৈব পৰি।
মৰিবৰ বেলা পাবি কি নপাইবি
ডুডালি কাঠৰে খৰি॥
কহে দামোদৰ কৃষ্ণৰ কিঙ্কৰ
বৈষ্ণৱৰ পাৱে ধৰি।
বিলম্ব নকৰিৰ আন চিন্তা এৰি
সত্বৰে ভজিয়ো হৰি॥

এই গীতবোৰ গভীৰ আধ্যাত্মিক আৰু দাৰ্শনিক তত্ত্বপূৰ্ণ বুলি ৰাজমোহন নাথ তত্ত্বভূষণে ভূয়সী প্ৰশংসা কৰি লিখি গৈছে।

দেৱ দামোদৰ গুৰুৰ ধৰ্ম্মৰ মেৰু (কেন্দ্ৰ) স্থল আছিল পাটবাউসী। কেৱল পাটবাউসীত ধৰ্ম্মৰ কেন্দ্ৰ কৰি ধৰ্ম্ম প্ৰচাৰৰ বাবে তেওঁৰ পৰম ভক্ত আৰু ভাগৱতাদি শাস্ত্ৰত অগাধ পণ্ডিত শিষ্যসকলৰ দ্বাৰা তেওঁৰ ধৰ্ম্মমত প্ৰচাৰত হাত দিয়ে— "পাচে কপিল মুনিক, শ্ৰীকৃষ্ণক, কৃষ্ণদেৱক, ভগৱানক, নাৰায়ণক, বংশী গোপালক, আধাৰ যদুমণিক, সঙ্কৰ্ষণক, গোপাল মিশ্ৰক, সৰু গোপালক, ভাগৱত মিশ্ৰক, সনাতনদেৱক (সন্ত ভুষণ) শৰণ কৰাই চাৰি নাম দি শৰণ পটল ক্ৰমে শিষ্য ভজাইবে দিলা।" ভট্টদেৱ।

ইয়াৰে প্ৰধান দুই চাৰিজন ধৰ্ম্ম প্ৰচাৰক আৰু তেওঁলোকৰ প্ৰচাৰ কাৰ্য্যৰ অতি চমু বিৱৰণ আমি ইয়াত দিয়াৰ চেষ্টা কৰিম। দেৱ দামোদৰ গুৰুৱে ধৰ্ম্ম প্ৰচাৰৰ বাবে আদি শঙ্কৰে ভাৰতত শৃঙ্গেৰী, পুৰী, দ্বাৰকা আৰু বদ্ৰিনাথত চাৰিটা মঠ স্থাপন কৰি হিন্দু ধৰ্ম্মৰ ধ্বজা উৰোৱাৰ দৰে—অসমত পূব, পশ্চিম, উত্তৰ, দক্ষিণ আৰু মেৰু (নাভি) বা মধ্য এই পাচোটি কেন্দ্ৰ স্থাপন কৰি এই কেন্দ্ৰবোৰৰ ওপৰত একোজন

শাস্ত্ৰজ্ঞ, সুপণ্ডিত ভক্তক ভাৰ দি পাটবাউসীৰ আহিত একোখন সত্ৰ স্থাপন কৰাই প্ৰচাৰ কাৰ্য্যত লাগি যায় আৰু তেওঁলোক আৰু তেওঁলোকৰ শিষ্য প্ৰশিষ্য দ্বাৰা বহুতো শাখা প্ৰশাখা সত্ৰ স্থাপিত হয়। এই সন্ত মহন্তসকলৰ দ্বাৰা স্থাপিত বহুতো সত্ৰই ৰজা আৰু ৰাইজৰ মন আকৰ্ষণ কৰি সত্ৰ আৰু সৎসঙ্গ সুচাৰুৰূপে পৰিচালনাৰ উদ্দেশ্যে ৰজা আৰু প্ৰজাৰ পৰা বহুতো দান আৰু উৎসাহ লাভ কৰিছিল।

দেৱ দামোদৰ গুৰুৱে পাটবাউসীত ধৰ্ম্ম প্ৰচাৰ কৰি থাকোঁতে উজনীৰ পৰা বংশী গোপালদেৱ আৰু তেওঁৰ সঙ্গী যদুমণিদেৱ আহি তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰি দীক্ষা লয়। বংশী গোপালদেৱ উদাসীন আছিল। তেওঁৰ পাণ্ডিত্য আৰু অতুলনীয় গুৰু ভক্তিত বিশেষকৈ আকৃষ্ট হৈ দেৱ দামোদৰ গুৰুৱে তেওঁক আৰু তেওঁৰ সঙ্গী যদুমণিদেৱক উজনীত ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ বাবে আদেশ দি পাটবাউসীৰ পৰা মালা নিৰ্ম্মালি দি প্ৰচাৰক মেধি পাতি পঠিয়াইছিল।

## বংশী গোপালদেৱ বা দেউ গোপাল।

বংশী গোপালদেৱৰ পিতামহ হৰিবৰ আচাৰ্য্য। তেওঁৰ তিনি পুত্ৰ আছিল—ধৰ্ম্মাই, কৰ্ম্মাই আৰু পৰমাই।

ধৰ্ম্মাই গুৰুৰে আন এটি নাম বলদেৱ। বলদেৱৰ ঔৰষত যমুনা দেৱীৰ গৰ্ভত ১৪৪৩ শকৰ ফাগুন মাহৰ পূৰ্ণিমা তিথিত বৃহস্পতিবাৰে মালিপুৰ গাওঁত বংশী গোপালদেৱৰ জন্ম হয়। হৰিবৰ আচাৰ্য্যৰ ঘৰ আগেয়ে ব্যাঘ্ৰপিণ্ডা গাওঁত আছিল। পাচত ম্লেচ্ছৰ উপদ্ৰৱৰ সময়ত তাৰ পৰা গৈ মালিপুৰত থাকে। নিচেই সৰু কালতে তেওঁৰ পিতৃ-মাতৃ বিয়োগ হোৱাত তেওঁ ভিনিহিয়েকৰ ঘৰত থাকি উপযুক্ত শিক্ষা লাভ কৰি ঈশ্বৰ চিন্তাত মন-প্ৰাণ সঁপি দিয়ে। সেই সময়ত শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু প্ৰভৃতি ধৰ্ম্মাচাৰ্য্যসকলে নামনি অসম উজ্জ্বল কৰি থকা শুনি বংশী গোপাল দেৱ উজনীৰ পৰা আহি পাটবাউসীত উপস্থিত হয় আৰু তেওঁলোকৰ নিজৰ অভীষ্ট (দীক্ষা গ্ৰহণ) প্ৰকাশ কৰে; আৰু দেৱ দামোদৰ গুৰুৰ পৰা দীক্ষা গ্ৰহণ কৰি সাত বছৰ কাল পাটবাউসীত থাকি জ্ঞান ভক্তি লভি গুৰুৰ আজ্ঞা শিৰোগত কৰি উজনীলৈ গৈ তাত ধৰ্ম্ম প্ৰচাৰ কৰে। কোনো কোনোৱে এওঁ শঙ্কৰদেৱ স্বৰ্গী হোৱাৰ পাচত আহি দেৱ দামোদৰ গুৰুৰ শিষ্যত্ব গ্ৰহণ কৰা বুলি আছে যদিও আমি সেই কথা বিশ্বাস কৰিবলৈ টান পাইছোঁ।

## দেৱ দামোদৰ গুৰু

অনেকে যেনেকৈ দেৱ দামোদৰ গুৰুক শঙ্কৰদেৱ, ৰাম ৰাম গুৰু নাইবা চৈতন্যদেৱৰ শিষ্য বুলি কব খোজে তেনেকৈ বংশী গোপাল দেৱকো মাধৱদেৱৰ শিষ্য বুলি কবলৈ প্ৰয়াস পায়। দেৱ দামোদৰ গুৰু চৰিত্ৰ আৰু বংশী গাপাল চৰিত্ৰ উভয়তে তেওঁ দেৱ দামোদৰ গুৰুৰ শিষ্য বুলিহে পোৱা যায়। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ আমি দেখা চৰিত্ৰ কেখনত হলে তেওঁক মাধৱদেৱৰ শিষ্য বুলি লিখা থকা পোৱা নাই! অৱশ্যে তেতিয়া গুৰুসকলৰ মাজত যেনে মিলা-প্ৰীতি ভাব আছিল তেনেস্থলত মাধৱদেৱৰ লগত তেওঁ ধৰ্ম্ম বিষয়ক আলোচনা হোৱা অসম্ভৱ নহয়। বংশী গোপালদেৱ চৰিত্ৰত আছে :—

ইহ পৰলোকে মোৰ     দেৱ দামোদৰ গুৰু
জানিবাহা সকল ভকত।
বিচাৰ যুগুতি কথা     কহোঁ আমি যথা তথা
তাক পাইলো আতা মাধৱত॥

বংশীদেৱ দেৱ দামোদৰ গুৰুৰ শিষ্য নহৈ মাধৱদেৱৰ শিষ্য হোৱা হেতেন দেৱ দামোদৰ গুৰুৰ সমসাময়িক কবি আৰু সম্ভৱতঃ বংশী গোপালতকৈও আগতে দীক্ষা লোৱা গোপাল মিশ্ৰই তেওঁৰ ঘোষাৰত্নত—

দেৱ দামোদৰ গুৰু ।
সুবৰ্ণৰ ভৈলা মেৰু ॥
পূৰ্ব্ব দিশে বংশীদেৱ ।
সদা যাক কৰে সেৱ ॥

প্ৰভৃতি কথা লিখা নেদেখিলো হেতেন । দেৱ দামোদৰ গুৰুৱে দীক্ষা দি সাত বছৰ কাল সঙ্গত ৰাখি গুৰু-গিৰিৰ উপযুক্ত শিক্ষা দি হে তেওঁক উজনীৰ ধৰ্ম্মাচাৰ্য্য আৰু ধৰ্ম্ম প্ৰচাৰক হিচাবে নিযুক্ত কৰিছিল :—

দামোদৰে বোলয় শুনিও বংশী তুমি ।
অধিকাৰ পাতিলোহোঁ আজি হন্তে আমি ॥
অধিকাৰী হোৱা তুমি আমাৰ বচন ।
অসম ৰাজ্যৰ লোক কৰায়ো শৰণ ॥ ২৬৩
* * * *
দামোদৰ আজ্ঞা পত্ৰ শিৰত ধৰিয়া ।
পদৰেণু লৈয়া পাচে কলস ভৰিয়া ॥ ২৬৮
ভকত সবত তথা বিদায় মাগিলা । গুৰুলীলা

গুৰুৰ আজ্ঞা আৰু উপদেশ শিৰোধাৰ্য্য কৰি বংশী গোপালদেৱে উজনীৰ নানা ঠাইত সত্ৰ স্থাপন কৰে। তেওঁ যে দামোদৰীয়া আছিল তাৰ প্ৰমাণ তেওঁ আৰু

তেওঁৰ আজ্ঞাপৰ শিষ্যবৰ্গে স্থাপন কৰা সত্ৰ বিলাকে অদ্যাপি দি আছে। তেওঁ নিজে কাঁহিকুছি, কলাবাৰী, কামদিয়াল, মালিপুৰ, দেবেৰাপাৰ, সৌৰাণী আৰু কুৰুৱা-বাহী এই কেইখন সত্ৰ স্থাপন কৰে। বংশী গোপালদেৱৰ চল্যৰ পাচত তেওঁৰ প্ৰিয় শিষ্য নিৰঞ্জনদেৱত জয়ধ্বজ সিংহ ৰজাই শৰণ লৈ গালকপুৰ ঘাটত সত্ৰ কৰি হাজাৰ পুৰা নিষ্কৰ মাটি দি আউনীআটী সত্ৰ পাতি দিয়ে। মিশ্ৰদেৱ আশ্ৰমী আছিল গতিকে দেউ গোপাল উঠাৰ পাচত তেওঁৰ আন এজন প্ৰিয় কৰ্ম্মী বনমালীদেৱে কুৰুৱা-বাহী সত্ৰ প্ৰতিপাল কৰে। ইয়াৰ পাচত বনমালীদেৱ কোচ বেহাৰক যায়; কিন্তু ৰজাই তেওঁৰ অসাধাৰণ ক্ষমতা আৰু সুখ্যাতিৰ কথা শুনি তেওঁক দক্ষিণপাট সত্ৰ কৰি দিয়াৰ কথা আগতে কৈ অহা হৈছে। দেউ গোপালৰ নাতি জয়হৰিদেৱকো গড়মূৰত সত্ৰ পাতি দিয়া হয়। বংশী গোপালদেৱৰ লগত যদুমণি নামে তেওঁৰ পৰম বন্ধু মহন্ত এজন আছিল। যদুমণিৰ চাৰি পুত্ৰ জগদানন্দ, পুৰ্ণানন্দ, অচ্যুতানন্দ আৰু কমলাকান্ত। এই চাৰিজনৰ দ্বাৰা যথাক্ৰমে—মাহৰা, পতিয়ৰী, ডোবৰা মুখ আৰু আধাৰ সত্ৰ স্থাপিত হয়। চাপকটা ৰৰকলা, কামদেৱাল, মধুমিশ্ৰ, হৰিমিশ্ৰ জখলাবন্ধা, ঔৰা, মুৰাৰি, শ্ৰৱণী, চাপলিয়াল আদি আন অনেক

নামজ্বলা সত্ৰ বংশী গোপালদেৱৰ শিষ্য বন্ধু সকলৰ দ্বাৰায় স্থাপিত। বংশী গোপালদেৱে নানা ঠাইত ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে ৪৫ জন মেধি নিযুক্ত কৰিছিল আৰু তেওঁলোকে প্ৰত্যেকে নানা সত্ৰ স্থাপন কৰিছিল। পৰিশিষ্ট অধ্যায়ত সেইবোৰ যথা স্থানত উল্লেখ কৰা হৈছে। দেৱ দামোদৰ গুৰুৱে উজনীলৈ নোযোৱাকৈয়ে তেওঁৰ প্ৰিয় শিষ্যৰ দ্বাৰা অসম ৰাজ্যত ধৰ্ম্ম প্ৰচাৰ কৰায় আৰু শিষ্য প্ৰশিষ্য সকলে আৰু তেওঁলোকৰ দ্বাৰা স্থাপিত সত্ৰই ৰাজ ঘৰত প্ৰথম স্থান আৰু মান পাই আহিছিল।

বংশী গোপালদেৱৰ গুৰুভক্তি অতুলনীয় আছিল। তেওঁৰ অন্তিম কালত দেৱ দামোদৰ গুৰুৰ ঘাই সত্ৰ পাটবাউসীলৈ দুজন পাঁচনি পঠিয়াই কৈছিল—

দুয়ো গৈয়া দেৱ দামোদৰৰ সত্ৰত।
কহিবাহা মোৰ দণ্ডৱত শত শত॥ ৬৯৬
শতবাৰ সত্য কাঢ়ি বুলিলো যতনে।
তেহে মোৰ গতিমতি জীৱনে মৰণে॥
ইহ পৰকালে মোৰ কায়বাক্যমনে।
হৌক প্ৰীতি দেৱ দামোদৰৰ চৰণে॥ ৬৯৭

তেওঁৰ অন্তিম কালত আগতে গুৰুলীলাত উল্লেখ থকা পাটবাউসীৰ পৰা কলহ ভৰাই নিয়া—

দেৱ দামোদৰ পদ-ৰেণুক পূৰ্ব্বত।
থৈয়া আছে তাক আনি দিলেক মুখত॥
কৃষ্ণ বুলি দেৱে গগণক চাহিলন্ত।
ভৈল থিৰ নয়ন বাক্যক এৰিলন্ত॥ ৯৭৫
বংশী গোপালদেৱ চৰিত্ৰ।

## ভগৱান দেৱ

ভগৱান গোসাইক থাপিলা উত্তৰে।
ভগৱানদেৱ বোলে লোক নিৰন্তৰে॥ গুৰুলীলা।

ভগৱান উত্তৰত
দামোদৰ অনুগত॥ ঘোষাৰত্ন।

কামৰূপ জিলাৰ বৰমা অঞ্চলৰ বাস্কা মৌজাৰ অন্তৰ্গত শ্ৰীপুৰ গাওঁৰ হয়গ্ৰীৱ দ্বিজৰ ঔৰষত লক্ষীদেৱীৰ গৰ্ভত ভগৱানদেৱৰ জন্ম হয়। যেতিয়া দেৱ দামোদৰ গুৰুৱে পাটবাউসীত ধৰ্ম্ম প্ৰচাৰ কৰি থাকে তেতিয়া তেওঁ গৈ দেৱ দামোদৰ গুৰুৰ ঠাইত দীক্ষা গ্ৰহণ কৰে। গুৰুৱে তেওঁক উত্তৰ ফালে বিশেষকৈ জনজাতীয়

লোকৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আদেশ কৰে। আজিকালিও গোবিন্দপুৰ সত্ৰত বহুত জনজাতীয় লোকে শৰণ লৈ শৰণীয়া নাম লৈ পাচত কোচ শ্ৰেণীলৈ উন্নিত হোৱাৰ কথা জনা যায়। গুৰুৰ আদেশত তেওঁ প্ৰথমে নিমিষা (নিমুৱা) বা সনাকুছিত সত্ৰ স্থাপন কৰে। প্ৰথম অৱস্থাত তাত জনজাতীয় লোকৰ পৰা কিছু অসুবিধা পাই ১৪৭০ শকত গোবিন্দপুৰ সত্ৰ স্থাপন কৰে। নিমিষা আৰু গোবিন্দপুৰত বাজে তেওঁ আমতলা, কুচনা আৰু দৰং জিলাৰ আমনিত সত্ৰ স্থাপন কৰে। ইয়াৰ ভিতৰত কুচনা আৰু আমতলা সত্ৰ দুখন ১৩০৪ চনৰ প্ৰবল ভূমিকম্পৰ সময়ত নষ্ট হৈ গৈছে। সত্ৰৰ ৰাজদত্ত সম্পত্তি বৰ্ত্তমানতো সত্ৰৰ নামতে আছে। সত্ৰৰ বিগ্ৰহ শ্যামৰায়। কুচনা সত্ৰৰ গোসাইসকল টিহুৰ নান্নাটাৰীত সত্ৰ চলাই আছে আৰু নিমুৱাত তেওঁলোকৰ ধৰ্ম্মোত্তৰ মাটি আছে।

## বলদেৱ

বলদেৱ পশ্চিমত। সদা ভৈলা অনুগত ॥
প্ৰভুৰ বিশ্বাস বৈলা। উদ্ধব সদৃশ ভৈলা ॥ ৭১৮
স্বপাৰ্শ্ব গিৰিৰ সম। ভাগৱতে নিৰুপম ॥ ঘোষাৰত্ন।

## দেৱ দামোদৰ গুৰু

এওঁৰ ভাগৱতত বিশেষ ব্যুৎপত্তি থকাৰ বাবে দেৱ দামোদৰ গুৰুৰ ভাগৱতী হিচাবে তেওঁৰ লগত কোচ বেহাৰলৈ গৈছিল। দেৱ দামোদৰ গুৰুৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত তেওঁ কোচ বেহাৰ সত্ৰৰ অধিকাৰ হয়। এই সময়তে বনমালীদেৱ কোচ বেহাৰলৈ গৈ বৈকুণ্ঠপুৰ সত্ৰত বলদেৱৰ লগত ভাগৱতী হৈ থাকে। বলদেৱৰ অন্তিম কালত ভক্তগণে তেওঁৰ অবিহনে কোনে অধিকাৰ হব বুলি সোধাত তেওঁ তেওঁৰ বংশীয় কাকো সেই পদ নিদি দেৱ দামোদৰ গুৰুৰ বাক্য স্মৰণ কৰি কৈছিল :—

বলদেৱে বোলন্ত শুনিও ভক্ত যত।
পৰ্ব্বানন্দ আতা মেধি আছন্ত সাম্প্ৰত॥
প্ৰভু দামোদৰে তাঙ্ক মেধি পাতিছন্ত।
আমাক পঢ়িবে পাঠ আজ্ঞা কৰিলন্ত॥ ৮৬৩
এন্তে মেধি থাকন্তে পাতিবো মই কাক।
গোয়ালে নোৱাৰে যেন পাল বিকিবাক॥

গুৰুলীলা।

তেওঁ ভক্ত আৰু ভাতৃ আৰু ভাতৃ পুত্ৰক অন্তিম কালত—

প্ৰভুৰ আজ্ঞায়ে তোৰা নেৰিবা প্ৰসঙ্গ।
এক প্ৰণালীক হুয়া পালিবা সৎসঙ্গ॥

শুনিয়োক ভাতৃ গোপীনাথ মহাশয়।
মদনমোহন শুনা ভাতৃৰ তনয়॥ ৮৬০
বৈষ্ণৱত পীৰিতি কৰিবা সৰ্ব্বজন।
অৰ্থাকাঙ্ক্ষী হৈলে হেৰুবাবা নিজজন॥ গুৰুলীলা।

এই বুলি উপদেশ দিছিল। পাটবাউসীৰ গহেৰ পামত অদ্যাপি এওঁৰ তিৰোভাব তিথি পালন কৰা হয়।

## গোপাল মিশ্র কবিৰত্ন।

পাছে গোপালদেৱ প্রভু ৰঙ্গ মনে।
উলুবাড়ী নামে সত্র নিৰ্ম্মিলা তেখনে॥

* * * *

উলুবাড়ী সত্ৰত আছিলা কতো কাল।
খুদিয়াত সত্র পাছে পাতিলা গোপাল॥ ৮৩
লক্ষ্মীপতি চৰিত্ৰ।

এওঁ ভট্টদেৱৰ সমসাময়িক আৰু দেৱ দামোদৰ গুৰুৰ এজন প্রিয় শিষ্য আছিল। এবেঁ ঘোষাৰত্ন লিখক কবিৰত্ন বা গোপাল মিশ্র। যদিও কোনো কোনোৱে এওঁক বংশী গোপালদেৱৰ লগত এজন

বুলিব খোজে সেইটো সম্পূর্ণ ভুল ! এওঁৰ ঘৰ আছিল নলবাৰী অঞ্চলৰ খুদিয়া গাওঁত। ভট্টদেৱ আৰু গোপাল মিশ্র উভয়ে বৰনগৰৰ নাগজাদা পণ্ডিত গোপালদেৱ নামে ব্রাহ্মণ অধ্যাপকৰ টোলত পঢ়িছিল আৰু সহপাঠী সখিয়েক আছিল। ভট্টদেৱে এওঁক মিশ্র উপাধিৰে ভূষিত কৰে। এওঁও ভট্টদেৱক ভাগৱত ভট্টাচাৰ্য্য উপাধি দিয়ে।

গোপাল মিশ্রই প্রথমে উলুবাড়ী সত্র স্থাপন কৰে। পাচত সেই সত্রৰ ভাব তেওঁৰ ভায়েক অনন্ত মিশ্রক অর্পণ কৰি তেওঁ খুদিয়াত সত্র পাতি থাকে। ঘোষাৰত্নত বাজেও এওঁ শঙ্খচূৰ বধ, মহিষাসুৰ বধ প্রভৃতি পুথি ৰচনা কৰিছিল। ঘোষাৰত্ন নামঘোষাৰ সমতুল্য পুথি আৰু ই নামঘোষাতকৈও আগতে লিখা বুলি পণ্ডিত হেমচন্দ্র গোস্বামীয়ে মত প্রকাশ কৰিছে।

এওঁৰ কাল সম্বন্ধে কিছু গোলমাল থকা যেন পাই। পণ্ডিত হেমচন্দ্র গোস্বামীয়ে ঘোষাৰত্নৰ পাত-নিত এওঁ ১৪৩৬ শকৰ পৰা ১৫০০ শকলৈ থকাৰ উল্লেখ কৰিছে। গোপাল মিশ্র ভট্টদেৱৰ সহপাঠী সখিয়েক হলে দুয়োৰে বয়সৰ ব্যৱধান ৮।১০ বছৰৰ বেচি হব নোৱাৰে। কথা গীতাৰ পাতনিত পণ্ডিত হেমচন্দ্র গোস্বামীয়ে ভট্টদেৱৰ কাল নির্ণয় কৰিছে

১৪৮০ ৰ পৰা ১৫৬০ শকলৈ। এই হিচাবত ভট্টদেৱ আৰু গোপালদেৱৰ বয়সৰ পাৰ্থক্য হয় ৪৪ বছৰ। সেইবাবে পঢ়াশালিত সখিত্ব ঘটা দেখাত অসম্ভৱ হয়। ভট্টদেৱৰ আখ্যানত আমি দেখুৱাম যে ভট্টদেৱৰ কাল ১৪৬০ শকতকৈ কোনোমতে পিচুৱাব নোৱাৰি আৰু সেইমতে গোপাল মিশ্ৰৰ কাল ১৪৫০ শকতকৈ কোনো মতে আগুৱাব পাৰা নাযায়।

"পৱিত্ৰ অসমত" ডঃ মহেশ্বৰ নেওগে খুদিয়া সত্ৰ দেৱ দামোদৰ গুৰুৰ আজ্ঞাপৰ গোপাল মিশ্ৰৰ দ্বাৰা ১৪৩২ শকত স্থাপিত হৈছিল বুলি উল্লেখ কৰিছে। সেইটো অৱশ্যে সম্ভৱ বুলি আমি মুঠেই পতিয়াব নোৱাৰো। দেৱ দামোদৰ গুৰুৰ আদি সত্ৰ পাট-বাউসী স্থাপনৰ শক ১৪৬২। তেওঁৰ আজ্ঞাপৰ খুদিয়া সত্ৰ ১৪৩২ শকত স্থাপিত হোৱা টান। অৱশ্যে কোনো লিপিকাৰৰ হাতত ১৪৬২ টো ১৪৩২ হৈছে হব পাৰে। পাটবাউসীৰ সৈতে একে বছৰতে স্থাপিত হোৱা অসম্ভৱ হব নোৱাৰে।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ঘোষাৰত্নৰ পাতনি মতে ১৪৩২ শকত গোপাল মিশ্ৰ ওপজাই নাছিল। উমাকান্ত গোস্বামীদেৱে লিখা ঘোষাৰত্নৰ পাতনিত গোপাল মিশ্ৰৰ জন্মকাল ১৪৩৬ শকতকৈ পিচুৱাব

নোৱাৰি বুলি আৰু তেওঁৰ পৰলোকৰ কাল ১৫০০ শতিকাৰ ভিতৰত বুলি সামৰিছে।

দেব দামোদৰ গুৰু কোচ বেহাৰত থকা কালতে পাটবাউসীত সত্ৰৰ অধিকাৰ নিযুক্ত কৰে। সেই হিচাবে ১৫১৫।১৬ শক মান হয়। ভট্টদেৱক পাটবাউসী সত্ৰত অধিষ্ঠিত কৰাৰ সময়ত উপস্থিত থকা প্ৰধান প্ৰধান সত্ৰৰ অধিকাৰ সকলৰ ভিতৰত গোপাল মিশ্ৰৰ নামো নীলকণ্ঠৰ চৰিত্ৰত উল্লেখ আছে। সেইবাবে গোপাল মিশ্ৰ ১৫১৮।২০ মানলৈ জীৱিত আছিল বুলিব পাৰি।

## অৰ্জ্জুন দেৱ।

লোচৰ অৰ্জ্জুনদেৱ দেব দামোদৰ গুৰুৰ এজন প্ৰধান শিষ্য আৰু ভট্টদেৱৰ অন্তৰঙ্গ বন্ধু আছিল। তেওঁৰ আদি পুৰুষ কল্পগিৰি কণৌজ দেশীয় ব্ৰাহ্মণ আছিল। তেওঁৰ পুতেক কৃষ্ণানন্দ আৰু কৃষ্ণানন্দৰ পুতেক বিশ্বৰূপে অৰ্জ্জুনদেৱৰ পিতাক আছিল। তেওঁৰ মাকৰ নাম দেৱযানী। বিশ্বৰূপ ৰঘুদেৱ ৰজাৰ উজীৰ আছিল আৰু ৰজাই তেওঁক সানেকুছি, হাহিনী আৰু ৰত্নপুৰ নামে তিনিখন গাওঁ ব্ৰহ্মোত্তৰ কৰি দান কৰি-

ছিল। সৰু কালতে অৰ্জ্জুনদেৱৰ পিতৃ পৰলোক প্ৰাপ্তি হয়; আৰু মাকো কৈশোৰ অৱস্থাতে ঢুকায়। পিতাকৰ মৃত্যুৰ পাচৰ পৰাই এওঁ বৈৰাগ্য অৱলম্বন কৰে। দেৱ দামোদৰ গুৰু বিজয় নগৰত থকা সময়তে এওঁ গৈ তেওঁৰ পৰা দীক্ষা গ্ৰহণ কৰে। ইয়াৰ পাচত তেওঁক তেওঁৰ সম্বন্ধীয় মোমায়েক দৰঙৰ ভুঞা আৰু কোচ ৰজাৰ উজীৰ কৃষ্ণানন্দই মণিয়ৰিত সত্ৰ পাতি দিয়ে।

অন্তৰঙ্গ বন্ধু হিচাবে ভট্টদেৱে এওঁতে দেৱ দামোদৰ গুৰুৰ ভক্তিহীৰা অৰ্পণ কৰি মধ্য খণ্ড পৰিচালনাৰ ভাৰ দি গৈছিল; আৰু তেতিয়া অৰ্জ্জুনদেৱেই মধ্য খণ্ডৰ প্ৰচাৰ কাৰ্য্য চলাইছিল। অন্তিম কালত এওঁ সেই ভাৰ আৰু ভক্তিহীৰা ভট্টদেৱৰ ককায়েকৰ নাতি বিশাৰদক বালিকুছি সত্ৰলৈ মাতি নি তেওঁতে অৰ্পণ কৰে।

অৰ্জ্জুনদেৱে মণিয়ৰিত বাহিৰে লোচ, বালিকুছি আৰু ৰণস্থলি সত্ৰ স্থাপন কৰে। দেৱ দামোদৰ গুৰুৰ চৰিত্ৰ গুৰুলীলা বা সন্তযশামৃত লিখক ৰামৰায় অৰ্জ্জুন দেৱৰ শিষ্য আছিল।

## সন্তদেৱ বা সন্তভূষণ ।

লোহিত দক্ষিণ কুলে সন্তদেৱ গৈলা ।
গৰেমাৰা থানে ধৰ্ম্ম প্ৰবৰ্ত্তায়া ৰৈলা ॥
নীলকণ্ঠ ।

সন্তদেৱ বা সন্তভূষণক সনাতনদেৱো বুলিছিল । তেওঁও দেৱ দামোদৰ গুৰুৰ এজন প্ৰধান শিষ্য আছিল । তেওঁ ব্ৰহ্মপুত্ৰৰ দক্ষিণ অঞ্চলৰ লোক আছিল সেইবাবে দেৱ দামোদৰ গুৰুৱে দক্ষিণাঞ্চলত ধৰ্ম্ম প্ৰচাৰৰ বাবে মনোনীত কৰি মালা নিৰ্ম্মালি দি পঠিয়ায় । গুৰুৰ আজ্ঞামতে সন্তদেৱে ব্ৰহ্মপুত্ৰৰ দক্ষিণ অঞ্চলত গৰেমাৰা আমৰাঙ্গা, খিদিৰ পুখুৰী আদি সত্ৰ পাতি দেৱ দামোদৰ গুৰুৰ প্ৰবৰ্ত্তিত ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম বিস্তাৰ কৰিছিল । ঘোষাৰত্নত আছে ঃ—

দক্ষিণত সন্তদেৱ । অবিৰতে কৰি সেৱ ॥
মেৰু মন্দাৰৰ সম । নামে ৰৈলা নিৰুপম ॥ ৭১৭

## কায়স্থ মনোহৰদেৱ ।

ভগৱানদেৱৰ প্ৰচাৰ কাৰ্য্যত ব্যাঘাত জন্মোৱাৰ বাবে দেৱ দামোদৰ গুৰুৱে এওঁক ৰাজকাৰ্য্যৰ পৰা

আনি তিনি নাম দি মেধি পাতি লোকক শৰণ কৰাই গুৰুগিৰি কৰিবলৈ দিছিল। এওঁ নৰনাৰায়ণ ৰজাৰ ফুলগুৰি আৰু বিজনীৰ উজীৰ (শাসন কৰ্ত্তা) বেঙ্কৰা গিৰিৰ পুত্ৰ আছিল। মনোহৰেও পিতাকৰ বিষয়কে পাইছিল। ভগৱানদেৱে ধৰ্ম্ম প্ৰচাৰ কৰাৰ সময়ত এওঁ প্ৰথমতে ভকত সকলক বৰ উৎপীড়ন কৰিছিল! দেৱ দামোদৰ গুৰুৱে সেই কথা জানিব পাৰি "সন্ধিৰ বাঁহ বুধিৰে কটা"ৰ ছলতে এওঁক মতাই নি শৰণ লগাই ভক্তদ্ৰোহৰ পৰা বিৰত কৰে আৰু মেধি পাতে। এওঁ শৰণ লৈ ৰাজ বিষয় এৰি দামোদৰীয়া ধৰ্ম্ম প্ৰচাৰত ব্ৰতী হয়। মনোহৰদেৱ আৰু তিলাৰায় এই দুজনেই মাত্ৰ দেৱ দামোদৰ গুৰুৰ ব্ৰাহ্মণেতৰ মেধি আছিল। তিলাৰায়ো আগতে ৰাজ বিষয়া আছিল। দুয়োজনকেই প্ৰভুৱে ৰাজ বিষয়াৰ পৰা ধৰ্ম্ম বিষয়ালৈ উন্নীত কৰিছিল। মনোহৰদেৱে প্ৰথমে পালোৱা আৰু ক্ৰমে ফুলগুৰি কাপলা আদি কেবাখনো সত্ৰ স্থাপন কৰে।

মনোহৰদেৱ পালোৱাত থিতি ভৈলা।
নাম ধৰ্ম্ম প্ৰকাশিয়া তথা ৰঙ্গে ৰৈলা॥ নীলকণ্ঠ

## বৈকুণ্ঠনাথ, কবিৰত্ন, ভাগৱত ভট্টাচাৰ্য্য ভট্টদেৱ।

ভাগৱত ভট্টাচাৰ্য্য। ভাগৱতে ভৈলা আৰ্য্য। ৭২১
মেৰু মূলে বসিলন্ত। ভাগৱত সদাকন্ত॥ ঘোষাৰত্ন।

দেৱ দামোদৰ গুৰুৰ সকলো বিলাক শিষ্যৰ ভিতৰত ভট্টদেৱ আছিল গুৰুৰ প্ৰিয়তম শিষ্য, একান্ত ভক্ত আৰু অন্তৰঙ্গ বন্ধু। সেয়েহে কথাগীতাৰ পাতনিত পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে তেওঁক দামোদৰৰ "যন্ত্ৰ" বুলি ঠিক কথাকে লিখিছে। গুৰুৱেও তেওঁৰ পাণ্ডিত্যৰ প্ৰশংসা কৰি দ্বিতীয় ব্যাসদেৱ আখ্যা দিছিল আৰু অপৰ দামোদৰ বুলি ঘোষণা কৰিছিল।

কবিৰত্ন মনে মোৰ নাহিক অন্তৰ।
তাহাঙ্ক মানিলে মোক মানা নিৰন্তৰ॥ ৫৫৪
কবিৰত্ন স্থানে সবে কৰক যোগাইবা॥ ৫৫৫
নীলকণ্ঠ।

শুনা ভট্টদেৱ তুমি ব্যাস সমসৰ।
তুমি মোৰ বান্ধৱ অপৰ দামোদৰ॥

## দেৱ দামোদৰ গুৰু

পণ্ডিত গহন প্ৰচণ্ড পৰম
যাৰ সম নাহি কেৱ
পদ পদাৰ্থত যোৰন্তা নাহিকে
সাক্ষাতেসে ব্যাসদেৱ ॥ গুৰুলীলা ।

ব্যাসদেৱৰ দৰে লোকে মানিছিল আৰু ভাবিছিল বাবেই তেওঁ নিজে পতা সত্ৰখনৰ নাম ব্যাসকুছি হৈছে।

দেৱ দামোদৰ গুৰু আৰু ভট্টদেৱৰ মিলন আৰু গুৰুৰ ওচৰত শিষ্যত্ব গ্ৰহণ সম্পৰ্কে নানা মুনিৰ নানা মত দেখা যায়। বনগঞা গিৰিৰ হৰিদেৱ চৰিত্ৰ মতে ভট্টদেৱো শঙ্কৰদেৱ, দেৱ দামোদৰ গুৰু আৰু হৰিদেৱৰ লগত ধৰ্ম্ম সম্পৰ্কে বাদ কৰিব অহা পণ্ডিত সকলৰ এজন আছিল, আৰু দেৱ দামোদৰ গুৰুক তৰ্কত পৰাস্ত কৰিব নোৱাৰি অৱশেষত তেওঁ দেৱ দামোদৰ গুৰুৰ শিষ্যত্ব গ্ৰহণ কৰিছিল।

গুৰুলীলা (সন্ত যশামৃত) মতে ভট্টদেৱ বৰনগৰৰ ভেৰা গাওঁত পঢ়াশালি পাতি থকা অৱস্থাত দেৱ দামোদৰ গুৰুৰ গুণ গৰিমাৰ কথা শুনি তাৰ পৰা আহি দেৱ দামোদৰ গুৰুৰ শান্ত, সৌম্য মূৰ্ত্তি দেখি আৰু তেওঁৰ অসাধাৰণ পাণ্ডিত্যত মুগ্ধ হৈ নিজে শিষ্যত্ব গ্ৰহণ কৰিছিল।

ভূষণ দ্বিজৰ মতে উপযুক্ত বয়স পোৱাত তেওঁৰ পিতৃ কবি সৰস্বতীয়ে পুতেকক উপযুক্ত গুৰু লাভৰ বাবে—

শুনা বাপু কবিৰত্ন কৰিয়োক মন।
বৈষ্ণৱৰ পাৱে যাই লৈয়োক শৰণ॥
কৃষ্ণৰ শৰণ যিটো লোকে নলৱয়।
কদাচিতো নুগুচে সংসাৰ মৃত্যু ভয়॥
ভক্ত, ভক্তি, ভগৱন্ত কহয় শাস্ত্রত।
তাক নজানিয়া লোক পৰে সংসাৰত॥
নিশ্চয় শৰণ যেবে লৈলেক সন্তত।
নথাকয় অহঙ্কাৰ তাহাৰ দেহত॥
সংসাৰ তৰিলা সিটো জানা নিষ্ঠ কৰি।
তুমি যাই সন্ত গুৰু মানি ভজা হৰি॥

এই বুলি উপদেশ দিয়াত তেওঁ সদগুৰু বিচাৰি গৈ দেৱ দামোদৰ গুৰুৰ—

মহা তেজৱন্ত বৃদ্ধ শৰীৰ অত্যন্ত।
ভক্তি যেন মূৰ্ত্তি ধৰি প্ৰকাশ কৰন্ত॥ গুৰুলীলা।

অনন্য সাধাৰণ ৰূপ অগাধ পাণ্ডিত্য আৰু ভক্তি প্ৰকাশিকা গুণত মুগ্ধ হৈ তেৰাৰ শিষ্যত্ব গ্ৰহণ কৰে।

## দেৱ দামোদৰ গুৰু

নীলকণ্ঠৰ মতে বিয়া বাৰুৰ পাচত ভট্টদেৱে ভেৰা গাওঁৰ পৰা গৈ মেটুৰাকুছিত থাকি পোৰাভিঠা (বৰপেটা) থানৰ মথুৰা দাস আতাৰ অনুৰোধক্ৰমে তাত ভাগৱত ব্যাখ্যা কৰি আছিল আৰু আনকি আগতে অন্যত্ৰ মন্ত্ৰও গ্ৰহণ কৰিছিল। তাৰ পাচত দেৱ দামোদৰ গুৰুৰ ওচৰলৈ গৈ তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। নীলকণ্ঠৰ এই কথাখিনি বিশেষ স্পষ্ট নহয় বাবে ইয়াত তাৰ উদ্ধৃতি দিয়া নহ'ল।

ভট্টদেৱে শিষ্যত্ব গ্ৰহণৰ মানসে দেৱ দামোদৰ গুৰুৰ ওচৰ চপাত গুৰুৱে পাণ্ডিত্যৰ মহলা লোৱা হিচাবে প্ৰথমতে ভট্টদেৱক সত্ৰৰ ভাগৱত পাঠৰ বিয়লিৰ আধা পাঠ দিছিল; শেষত তেওঁৰ ভাগৱত ব্যাখ্যাত মুগ্ধ হৈ তেওঁক যথা-ৰীতি দীক্ষা দি ধৰ্ম্মৰ সকলো ভাগ নিয়াৰি ভাবে তন্ন তন্নকৈ বুজাই উপযুক্ত ব্যক্তি দেখি নিজৰ "ভক্তিহীৰা" বৈকুণ্ঠ নাথত সাঙ্গোপাঙ্গে অৰ্পণ কৰে:—

দামোদৰ পদে প্ৰভু লভিলা শৰণ।
সাঙ্গোপাঙ্গে দিলা কৃষ্ণ নাম মহাধন ॥
ভট্টাচাৰ্য্যদেৱে দামোদৰক ভজিলা।
প্ৰিয় শিষ্য জানি দেৱে সমস্তে কহিলা ॥ গুৰুলীলা।

স্বেচ্ছাই হওক, বাদত পৰাস্ত মানিয়ে হওক, পিতৃ আজ্ঞা মতেই হওক বা আগতে মন্ত্ৰ লোৱাৰ পাচতেই মথুৰা দাস আতাৰ দৰে দ্বিতীয় বাৰ পুনৰ শৰণ লোৱাই হওক দেৱ দামোদৰ গুৰু আৰু ভট্টদেৱৰ মিলনক—শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মিলনৰ দৰে নাইবা আধুনিকত ৰামকৃষ্ণ পৰম হংস আৰু স্বামী বিবেকানন্দৰ মিলনৰ দৰে— এক 'মণি কাঞ্চন' যোগ বুলিব লাগিব। এই দুয়োজন পুৰুষৰ মিলন নঘটা হলে আজি বোধ-কৰো দামোদৰীয়া সম্প্ৰদায়ৰ ইমান প্ৰতিপত্তি আৰু দামোদৰীয়া সম্প্ৰদায়ৰ ধৰ্ম্মৰ দৰ্শন সুস্পষ্ট নহৈ অস্পষ্ট হৈ থাকিল হেতেন আৰু পুৰণি অসমীয়া সাহিত্যৰো এটা অঙ্গ (গদ্য সাহিত্য) অপূৰ্ণ হৈয়ে ৰল হেতেন।

দেৱ দামোদৰ গুৰুৱে ভাগৱত শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত ভট্টদেৱক উপযুক্ত পাত্ৰ দেখি সৰ্ব্ব সাধাৰণে সহজে বুজিব পাৰাকৈ ভাগৱত কথাবন্ধে (নিভাঁজ অসমীয়া গদ্যত) লিখিবলৈ আদেশ কৰে:—

আৰু এক জগত ঈশ্বৰ বাক্য ধৰা।
কথাবন্ধে একখণ্ড ভাগৱত কৰা॥

* * * *

শ্ৰী শূদ্ৰ সৰ্ব্বলোকে বুজে যেন মত॥ গুৰুলীলা।

গুৰুৰ একান্ত ভক্তই সংস্কৃত পণ্ডিত হৈও গুৰু আজ্ঞা শিৰোধাৰ্য্য কৰি বৰনগৰৰ গণ্যমান্য লোক সকলৰ মাজত ভাগৱত ব্যাখ্যা কৰাৰ সময়তে—

প্ৰভু দামোদৰৰ আজ্ঞায়ে মহাসন্ত।
শ্লোক ভাঙি ভাগৱত কথা কৰিলন্ত॥
অবিৰোধে স্ত্ৰী শূদ্ৰ চণ্ডালে পঢ়য়।
সংক্ষেপিয়া কথাৰূপ কৈলা মহাশয়॥

গুৰুলীলা।

প্ৰথম স্কন্ধৰ টীকাই সৈতে ভাঙনি কৰি গুৰুৰ কৰ কমলত অৰ্পণ কৰে। গুৰুৱে বাহুল্য বাদ দি—যেহেতু বাহুল্য হলে সহজে লিখি ৰাখা আৰু লোকৰ মাজত পঢ়াতো সময় সাপেক্ষ হব বুলি— "সাৰং ততো গ্ৰাহ্যমপাস্যফল্গুঃ" কৰি কেৱল মূল অনুযায়ী ভাঙনি কৰিবলৈ আদেশ কৰে। শিষ্যয়ো গুৰুৰ মনোমতে তাক গুৰুৰ নিৰ্দ্দেশ মতে পুনঃ সংক্ষেপ কৰি ৰচনা কৰি প্ৰথম স্কন্ধৰ শেষৰ শ্লোকত তাক উল্লেখ কৰি থৈছে ঃ—

সমাপ্তা প্ৰথম স্কন্ধ কথা সংক্ষেপ ৰূপিনী।
লিখিতা কবিৰত্নেন বৈষ্ণৱ প্ৰীতি দায়িনী॥

## দেৱ দামোদৰ গুৰু

বন্দে দামোদৰং শান্তং সৎকথা শ্ৰৱণোৎসুকম্।
যদাজ্ঞয়া ময়া কৃষ্ণকথা লোকহিতে কৃতা ॥

এই হিচাবে দেৱ দামোদৰ গুৰুকে গদ্য ভাষাৰ মূল প্ৰৱৰ্ত্তক বুলি ধৰিব লাগিব। গুৰুৰ প্ৰেৰণাতে ভট্টদেৱে ভাগৱতী ধৰ্ম্মৰ মূল শ্ৰীমদ্ভাগৱত পুৰাণ, গীতা আৰু ৰত্নাৱলী এই তিনিওখন পুথিকে সুন্দৰ, সুশ্ৰাব্য কথ্য ভাষাত লিখি উলিয়াইছিল:—

প্ৰভুৰ আজ্ঞায়ে বাঢ় স্কন্ধ ভাঙি
কথাৰূপ কৰিলন্ত।
গীতা, ৰত্নাৱলী কথা ৰূপে তাকো
কৰিলন্ত বিৰচন।
স্ত্ৰী, শূদ্ৰ, শিশু সমস্তে বুজয়
পঢ়ন্তে নাহি দূষণ ॥ গুৰুলীলা।

শঙ্কৰদেৱ আৰু মাধৱদেৱে তেওঁলোকৰ অঙ্কীয়া নাটত গদ্য লিখিছিল যদিও সি নিভাঁজ অসমীয়া গদ্য নাছিল আছিল ব্ৰজাবলিহে। সংস্কৃতৰ অদ্বিতীয় পণ্ডিত হৈয়ো ভট্টদেৱেই পোন প্ৰথমে সহজ, সৰল আৰু প্ৰাঞ্জল অসমীয়া গদ্যত হিন্দু আৰু বৈষ্ণৱৰ প্ৰধান শাস্ত্ৰ গীতা আৰু ভাগৱতৰ ভাঙনি কৰি ভাৰতৰ প্ৰাদেশিক

ভাষাৰ ভিতৰতে প্ৰথম গদ্য ভাষাৰ প্ৰবৰ্ত্তক হৈ অসমীয়া সাহিত্যত চিৰস্মৰণীয় কীৰ্ত্তি ৰাখি গৈছে। বিদেশী পণ্ডিত সকলেও ইয়াক ভূয়সী প্ৰশংসা কৰিছে:— বঙ্গ দেশৰ অগাধ পণ্ডিত আৰু ৰসায়ণ শাস্ত্ৰজ্ঞ চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায় মহাশয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ পৰা কথাগীতা পাই লিখিছিল:—

"Indeed the prose Gita of Bhattadeva composed in the sixteenth century is unique of its kind. I had an opportunity of coming across an excellent edition of this book, which we owe to the patriotism and scholarship of Pandit Hem Chandra Goswami It is a priceless treasure. Assamese prose literature developed to a stage in the far distant sixteenth century, which no other literature of the world reached except the writings of Hooker and Latimer in England. There has been a controversy for long about the independece and identity of the Assamese language. This is extremely foolish. This is due, I held, to the provin-

cial patriotism and the national conceit of the Bengalees living in Assam. The Katha-Gita shows clearly that the Assamese literature developed to a standard in the sixteenth century which the Bengali literature had reached only in the time of Iswar Chandra and Bankim Chandra. In fact, if some Assemese scholars now get up and say that it is the Bengalee who had borrowed his prose from Assamese literature and enriched his own, it will be very difficult to dislodge him. I think the question may now be considered as solved and settled for good. I say this not as a representative Bengalee but as the Ex-President of the Bengal Literary Conferece"

মাননীয় কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সেলৰ চাৰ আশুতোষ মুখাৰ্জ্জীয়ে কয়—

'The people who could write Gita in such prose in the sixteenth century was not a small people."

বিশ্ব কবি ৰবীন্দ্রনাথ ঠাকুৰে পণ্ডিত হেমচন্দ্র গোস্বামীলৈ লিখিছিল ঃ—

Dear Sir,

Please accept my thanks for sending me a copy of your Katha-Gita. It is a very striking book, interesting from many points of view. You may very well be pound of the author of this book who could handle prose in such a remarkably lucid style more than a century before we had any prose book in Bengal.

যদুমণি চক্রবৰ্ত্তী নামে কামৰূপৰ ৰজা পৰীক্ষিত নাৰায়ণৰ সভাপণ্ডিত এজনে মাজে সময়ে দেৱ দামোদৰ গুৰুৰ ওচৰলৈ আহি শাস্ত্রালাপৰ লগতে নানা বাদানুবাদ কৰি শ্রীকৃষ্ণক পূর্ণ অৱতাৰ নুবুলি অংশ অৱতাৰ বুলিহে প্রতিপন্ন কৰিব খোজাত দেৱ দামোদৰ গুৰুৱে মনত বৰ কষ্ট অনুভৱ কৰিছিল। ভট্টদেৱে গুৰুৰ

ওচৰত দীক্ষা গ্ৰহণ কৰাৰ পাচত ভট্টদেৱৰ পাণ্ডিত্যৰ কথা অৱগত হৈ গুৰুৱে তেওঁক শ্ৰীকৃষ্ণ পূৰ্ণ অৱতাৰ বুলি প্ৰমাণ কৰিবলৈ পুথি এখন ৰচনা কৰিবলৈ আদেশ কৰে। অগাধ পণ্ডিত ভট্টদেৱে নানা শাস্ত্ৰৰ শ্লোক উদ্ধাৰ কৰি অলপ দিনৰ ভিতৰতে শ্ৰীকৃষ্ণক পূৰ্ণ অৱ-তাৰ বুলি প্ৰমাণ কৰি "ভক্তিসাৰ" নামে পুথি এখন লিখি উলিয়ালে। ভট্টদেৱৰ সংগৃহীত গ্ৰন্থ বুলি জানিলে যদ্যপি চক্ৰৱৰ্ত্তীয়ে তাক গ্ৰাহ্য নকৰিব পাৰে এই ভাবি গুণি তাত তেওঁ ছদ্ম নাম "কৃষ্ণ ভাৰতী" বুলি দি গুৰুক সেই কথা জনাই ৰাখিলে।

তেতিয়া চৈতন্যদেৱৰ মত আহি বিজয় নগৰো পাইছিল আৰু তাৰ কিছুমান পণ্ডিতে চৈতন্যদেৱৰ ধৰ্ম্ম গ্ৰহণো কৰিছিল; আৰু চৈতন্যদেৱ পূৰ্ণব্ৰহ্ম অৱতাৰ বুলি সমাদৰ কৰিছিল। সেই সময়তে আন এক দিনা চক্ৰৱৰ্ত্তী পণ্ডিতে দেৱ দামোদৰ গুৰুৰ ওচ-ৰলৈ আহি পাটবাউসীত উপস্থিত হল আৰু শ্ৰীকৃষ্ণক কলা অৱতাৰ বুলি তেতিয়াৰ ধৰ্ম্ম প্ৰচাৰকৰ উপদেশ কৰি—

শঙ্কৰঃ শঙ্কৰ প্ৰোক্তঃ কৃষ্ণ দামোদৰস্তথা।
হৰিদেৱ হৰিংচৈব চৈতন্য পূৰ্ণব্ৰহ্ম চ॥

এই শ্লোকটি গাই শুনোৱাত দেৱ দামোদৰ গুৰুৱে তেওঁৰ প্ৰিয় শিষ্য ভট্টদেৱক মতাই আনি ভক্তিসাৰ পুস্তকখন ৰাজ পণ্ডিতক দেখুৱাব কয়। ভট্টদেৱে কৃষ্ণ ভাৰতীৰ নামত লিখা সেই পুথিখন আনি চক্ৰবৰ্ত্তী পণ্ডিতৰ আগত দিয়ে। আদ্যান্ত পুথিখন পঢ়ি কৃষ্ণ ভাৰতীৰ পাণ্ডিত্য বখানি তেওঁ তেওঁৰ পূৰ্ব্ব মত এৰি-বলৈ বাধ্য হয়। ইয়াৰ পাচত তেওঁ দেৱ দামোদৰ গুৰুৰ ঠাইত দীক্ষা লোৱা বুলি কোনো কোনোৱে কয়। এই ভক্তিসাৰৰ বাহিৰেও ভট্টদেৱে কৃষ্ণ ভাৰতী ছদ্ম নামত সংস্কৃত শ্লোক আৰু কথাবন্ধত "সন্ত নিৰ্ণয়" নামে পুথি এখন প্ৰণয়ন কৰিছিল।

কিছুদিন গুৰুৰ লগত বিয়লিৰ ভাগৱত পাঠ কৰি থকা সময়ত বৰনগৰৰ মোড়ল সকলে দেৱ দামোদৰ গুৰুৰ ওচৰত এজন ভাগৱতী পাবলৈ অনুৰোধ জনায়। গুৰুৱে মোড়ল সকলৰ অনুৰোধ মতে বৈকুণ্ঠ নাথকে সেই কামৰ ভাৰ দি বৰনগৰলৈ পঠায়। বৰনগৰৰ মোড়ল, আন আন ৰাজ কৰ্ম্মচাৰী আৰু পণ্ডিতবৰ্গই ভট্টদেৱৰ ভাগৱত ব্যাখ্যাত মুগ্ধ হৈ সকলোৱে মিলি ভট্টদেৱক "কবিৰত্ন" উপাধিৰে বিভূষিত কৰে:—

নগৰত থাকি ভাগৱতক পঢ়িলা।
মোড়ল সকলে শুনি আনন্দ লভিলা॥

ভাগৱত পঢ়ে তথা কণ্ঠ অনুপম।
সবে মিলি দিলা তাঙ্ক কবিৰত্ন নাম॥
গুৰুলীলা।

দেব দামোদৰ গুৰুৱে ৰাজ বোষত কামৰূপৰ ৰাজধানী বিজয় নগৰ এৰিবলগীয়া হোৱা বাৰ্ত্তা পাই ভট্টদেৱে—বৰনগৰৰ মোড়ল আৰু ৰাজ বিষয়া আদিৰ আগত ভাগৱত ব্যাখ্যা কৰি থকা সময়তে গুৰুৰ নিৰ্দ্দেশ মতে কেৱল মূল অনুসৰণ কৰি লিখা—ভাগৱতৰ প্ৰথম সাত স্কন্ধৰ কথা গুৰুৰ কৰ কমলত অৰ্পণ কৰে। গুৰুৱে এইবাৰৰ পুথি পাই নিজৰ মনোমত হোৱাই ভট্টদেৱক অশেষ প্ৰশংসা কৰে আৰু ভট্টদেৱক বৰনগৰৰ পৰা গৈ পাটবাউসীত বৃদ্ধ হবি আতা আৰু ভতিজা শ্ৰীকৃষ্ণৰ লগত থাকিবলৈ আদেশ কৰে। তেতিয়াৰে পৰা ভট্টদেৱে পাটবাউসীত নিগাজিকৈ থাকিবলৈ লয়; আৰু তাত প্ৰভুৰ প্ৰবৰ্ত্তিত নামধৰ্ম্ম পালন আৰু প্ৰচাৰ কৰাত দেহ মন সঁপি দিয়ে আৰু ভাগৱতৰ বাকী অংশৰ কথা লিখাত নিমগ্ন হয়।

ভট্টদেৱে প্ৰভুৰ আজ্ঞামতে কিছুদিন সত্ৰ চলোৱাৰ পাচত ভতিজা শ্ৰীকৃষ্ণদেৱ আৰু ভট্টদেৱৰ ভিতৰত অলপ মতানৈক্য হোৱাৰ কথা প্ৰভুৱে শুনিবলৈ

পায়। তেতিয়া উভয়ক পৰীক্ষা কৰি চোৰাৰ মনেৰে প্ৰভুৱে বেহাৰৰ পৰা ভকত পঠিয়াই খবৰ দিয়ালে যে তেওঁৰ এতিয়া অন্তিম কাল, সেইবাবে তেওঁলোকে প্ৰভুলৈ সুমিষ্ট দ্ৰব্য পঠিয়াব। ভতকৰ মুখে গুৰুৰ পৰা তেনে বাৰ্ত্তা পাই শ্ৰীকৃষ্ণই বিধে বিধে সন্দেশ, মিঠাই, পিঠা আদি প্ৰস্তুত কৰি পাত্ৰ ভৰাই দিলে আৰু লগতে সত্ৰৰ ব্যয় নিৰ্ব্বাহৰ বাবে যি পাৰে ধনৰ সহায়ো খুজি পঠিয়ালে। ভট্টদেৱে তেওঁৰ বাকী থকা ভাগৱতৰ শেষ পাঁচ স্কন্ধৰ কথা গুৰুদেৱলৈ পঠিয়ালে।

দেৱ দামোদৰ গুৰুৱে শ্ৰীকৃষ্ণদেৱৰ বাতৰি শুনি আৰু ভাৰে-ভেটীয়ে পঠোৱা মিষ্টান্নৰ কলহ, টেকেলী খিনি পাই প্ৰথমে ভাণ্ড খুলি সেইবোৰ ভকত সকলৰ মাজত বিলাই দিয়ালে। তাৰ পাচত ভট্টদেৱে পঠিওৱা টুপলি মেলি প্ৰেমানন্দে মূৰত তুলি লৈ সত্ৰৰ তদানিন্তন পাঠক ৰত্ন পাঠক ( কমলাকান্তক ) ভক্ত সকলৰ মাজত ভগাবলৈ আদেশ দিলে।

ৰত্নপাঠকে গুৰু আজ্ঞা শিৰোধাৰ্য্য কৰি গদগদ কণ্ঠে কথা ভাগৱত পঢ়িবলৈ ধৰিলে তেতিয়া তাবৎ ভক্তই ভক্তিত আপ্লুত হৈ কলে যে শ্ৰীকৃষ্ণদেৱে পঠিওৱা সন্দেশ মিঠাইৰ সোৱাদ খোৱাৰ লগে লগেই জিভাৰ সিফাল হোৱাৰ পাচতে নোহোৱা হল কিন্তু,

ভট্টদেৱৰ কথা ভাগৱত অমৃতোপম। ই মনক তৃপ্তি আৰু আত্মাক মুক্তি দিয়ে। প্ৰভুৱে ভক্ত সকলৰ বাছনি প্ৰশংসা কৰি অনুৰোধ মতে ভতিজাকলৈ পাঁচ শ ৰূপ আৰু ভট্টদেৱক ভট্টাচাৰ্য্য উপাধি দি পাটবাউসী সত্ৰৰ অধিকাৰ পদৰ গাদীত বহিবলৈ অনুমতিক্ৰমে মালা, নিৰ্ম্মালি আৰু সত্ৰাধিকাৰৰ মান স্বৰূপে বস্ত্ৰাদি দি পঠালে আৰু শ্ৰীকৃষ্ণক ভট্টদেৱৰ লগত মিলা-প্ৰীতিৰে সত্ৰৰ ভাগৱতী হৈ থাকিবলৈ নিৰ্দ্দেশ দি পঠিয়ালে। কোচ বেহাৰৰ পৰা আহি এই বাৰ্ত্তা শুনোৱাত প্ৰভুৰ প্ৰতিষ্ঠাপিত সত্ৰ সমূহৰ সত্ৰাধিকাৰ মেধি সকল আহি একত্ৰিত হৈ মহা মহোৎসৱ কৰি প্ৰভুৱে পঠোৱা মানৰ বস্ত্ৰ অলঙ্কাৰাদি পিন্ধাই মেৰু মুল পাটবাউসীত— বৰনগৰৰ গণ্যমান্য লোক সকলৰ পৰা "কবিৰত্ন" আৰু সখিয়েক গোপাল মিশ্ৰ আৰু বৰভাগৰ পণ্ডিত মণ্ডলীৰ পৰা "ভাগৱত ভট্টাচাৰ্য্য" উপাধি পোৱা বৈকুণ্ঠ নাথক অধিকাৰ পদত বৰণ কৰি সকলোৱে অৰিহণা দিলে।

দেৱ দামোদৰ গুৰুৱে ভট্টদেৱ ৰচিত কথা ভাগৱত খন তদানিন্তন সত্ৰৰ ভাগৱতী আৰু ভাগৱতৰ বিচক্ষণ পণ্ডিত বলদেৱক সমালোচনাৰ চকুৰে চাবলৈ দিলে। বলদেৱে আদ্যান্ত পুথিখন চাই প্ৰভুক জনালে "পুথি খনত দুটি চোৰ (অতিৰিক্ত শব্দ) পোৱা হ'ল,

কাটিম নে ৰাখিম” ? বলদেৱৰ মন্তব্য শুনি প্ৰভুৱে কলে “সম্প্ৰতি কাটিব নালাগে, বেৰ দি থোৱা ; ভট্টদেৱে কোনোবা অৰ্থত সোমাবও পাৰে। পাচত ভট্টদেৱ আহিলে বিচাৰ কৰি সিহঁতক দণ্ড দিয়া (উঠাই কাটি দিয়া) নিদিয়াৰ কথা বিবেচনা কৰা হ'ব।” ইয়াৰ পাচত প্ৰভুৱে ভট্টদেৱক কোচ বেহাৰলৈ মাতি পঠিয়ালে। ভট্টদেৱে গুৰুৰ আহ্বান পাই এইবাৰত ওঠৰ আধ্যা গীতাৰ গদ্য ভাঙনি লৈ গুৰুৰ পদত সেৱা কৰি অৰিহণা স্বৰূপে অৰ্পণ কৰিলে। দেৱ দামোদৰ গুৰুৱে বলদেৱক মতাই আনি কথা ভাগৱতৰ সেই বেৰ দি থোৱা চোৰ দুটি সম্পৰ্কে দুয়োকে আলোচনা কৰিবলৈ দিলে। দুয়ো তিনিপৰ বেলি তৰ্ক কৰাৰ পাচত বলদেৱ শেষত উত্তৰ দিব নোৱাৰা হ'ল। তেতিয়া প্ৰভুৱে বলদেৱক বেৰা দি থোৱা চোৰ দুটিক বন্ধন মুক্ত কৰিবলৈ আদেশ দি দুয়োজন ভাগৱত বিদক প্ৰশংসা কৰি পৰস্পৰৰ প্ৰতি ৰোষ এৰি দুইকো সখিত্ব কৰিবলৈ আদেশ কৰিলে :—

খেদ এৰা দুয়োজন সমান পণ্ডিত।
অৰ্থত আছয় কেন হইব খণ্ডিত॥
ৰোষ এৰি দুয়োজনে কৰাহা সখিত্ব॥

নীলকণ্ঠ।

গুৰু আজ্ঞামতে দুয়ো দুয়োকে আলিঙ্গন কৰি সখিত্ব পাশত বদ্ধ হ'ল। সমাজে উচ্চকৈ হৈধ্বনি দিলে। ভট্টদেৱে গুৰুৰ প্ৰশংসা আৰু আশীৰ্ব্বাদ শিৰত লৈ পুনৰ পাটবাউসীলৈ ঘূৰি আহি পূৰ্ব্ববতে নিজ কৰ্ত্তব্যত ব্ৰতী হল।

বৰনগৰৰ গোপালদেৱ আচাৰ্য্যৰ টোলত পঢ়া কালতে খুদিয়াৰ গোপালদেৱৰ লগত ভট্টদেৱে সখি বান্ধিছিল। পাচত এবাৰ গোপালদেৱে পিতৃ শ্ৰাদ্ধ উপলক্ষে সখিয়েক বৈকুণ্ঠনাথক নিমন্ত্ৰণ কৰি নি তাত ভাগৱত ব্যাখ্যা কৰিবলৈ দিছিল। তাত ৰৰভাগ অঞ্চলৰ পণ্ডিত সকলে তেওঁৰ ভাগৱত ব্যাখ্যাত মুগ্ধ হৈ আৰু সেই সমজ্যাতে গোপালদেৱ আৰু বৰভাগ অঞ্চলৰ পণ্ডিত সমাজে তেওঁক মান সংকাৰ কৰি "ভাগৱত ভট্টাচাৰ্য্য" উপাধি দিয়ে। বৈকুণ্ঠ নাথেও সখিয়েক গোপালদেৱক "মিশ্ৰ" উপাধিৰে ভূষিত কৰে। গুৰুদেৱেও বৈকুণ্ঠ নাথক পাটবাউসীৰ সত্ৰাধিকাৰ নিযুক্ত কৰাৰ সময়ত "ভট্টাচাৰ্য্য" উপাধি দিছিল:—

আমাৰ আদেশ ভট্টাচাৰ্য্য নাম দিবা।

* * * *

ভট্টাচাৰ্য্য নাম আক্ষ দিবে বুলিচন্ত॥
দামোদৰ আজ্ঞা ইটো শুনা সবে সন্ত॥ ৬৩৯

হৰি মিশ্রে ধৰি ভট্টাচার্য্য নাম দিলা ॥ ৬৪০
আশংসিয়া ভট্টাচার্য্য নামক বুলিলা ॥
সেহিদিন ধৰি ভট্টাচার্য্য তান নাম ॥ ৬৪১

নীলকণ্ঠ ।

এইদৰে উপাধি লাভৰ পাচত বৈকুণ্ঠনাথ নাম তল পৰি ক্রমে "ভাগৱত ভট্টাচার্য্য" "ভট্টাচার্য্য" আৰু তাৰে সংক্ষেপ ৰূপ কেৱল "ভট্টদেৱ" নামেৰে জনাজাত হল।

উদাসীন ভক্ত আৰু সাধক পুৰুষ লোচৰ অৰ্জ্জুন দেৱেও বিজয় নগৰৰ বেড়ুৱা ব্রাহ্মণ ঘৰত থকা কালত দেৱ দামোদৰ গুৰুৰ পৰা দীক্ষামন্ত্র গ্রহণ কৰি কিছু-দিন ভট্টদেৱৰ লগত পাটবাউসীত অৱস্থান কৰিছিল আৰু দুইৰো অন্তৰঙ্গ বন্ধুত্ব ঘটিছিল। সেয়েহে ভট্টদেৱে প্রয়াণৰ সময়ত গুৰুৰ পৰা "সাঙ্গোপাঙ্গে" পোৱা "ভক্তিহীৰা"ও অৰ্জ্জুনদেৱতে অৰ্পণ কৰিছিল।

ভট্টদেৱে পাটবাউসী সত্রৰ ভাৰ গ্রহণ কৰাৰ অলপ দিন পাচতে দেৱ দামোদৰ গুৰুৰ প্রয়াণ ঘটে। সেই সময়ত প্রভুৰ সাম্বৎসৰিক শ্রাদ্ধাদি কৰি ভতিজাক শ্রীকৃষ্ণদেৱ পাটবাউসীৰ পৰা আঁতৰি পাঁজাৰ ভাঙা (পাসৰি) বৰ্ত্তমান পাল সাজিত পোমাৰা সত্র স্থাপন কৰি তাতে ৰয়গৈ। পালসাজিৰ ওচৰৰ ঝাৰ বাৰাদিত

অদ্যাপি সেই সত্ৰ আছে। ইয়াৰে এটা ঠাল বৰ্ত্তমান বঙ্গাই গাওঁত আৰু আন এটা ঠাল বৰপেটা অঞ্চলৰ নগাওঁত নতুন সত্ৰ পাতি আছে।

ভট্টদেৱে গুৰুৰ গৌৰৱ অটুত ৰখাৰ বাবে নিজে তেওঁৰ টোলত শিক্ষা দানৰ উপৰিও সত্ৰৰ যাবতীয় কাম নিজ হাতত ৰাখি চলাবলৈ ধৰে। সেই সময়ত পুৱা ব্ৰহ্ম মুহূৰ্ত্তৰ পৰা ৰাতি নিদ্ৰাত পৰালৈ তেওঁ ঘৰীৰ কাটাৰ দৰে নিজ কাজ চলাই গৈছিল। নীলকণ্ঠৰ চৰিত্ৰত তেওঁৰ দৈনন্দিন কামৰ এটা সুন্দৰ চিত্ৰ আছে ঃ—

নিশা শেষ হয় জানি শৌচ শুদ্ধি হুয়া।
নমে দামোদৰ পদে মনত দঢ়ায়া॥ ৬০৬
কৃষ্ণৰ ৰূপক মনে চিন্তি হৃদয়ত।
সাক্ষাতে হোৱন্ত আসি ঈশ্বৰ বেকত॥
স্তুতিস্তোত্ৰ পঢ়ি নমস্কাৰ অৱসানে।
প্ৰসঙ্গ কৰিবে পাচে চলি যান্ত থানে॥ ৬০৭
নাম প্ৰসঙ্গান্তে ভাগৱত পাঠ হয়।
তাত পাছে কথা পদ পাঠক শুনয়॥
প্ৰসঙ্গক সাঙ্গ কৰি গৃহক চলয়।
শৌচাদি কৰ্ম্মক কৰি স্নানক কৰয়॥ ৬০৮
সন্ধ্যা আদি কৰ্ম্মযত বিধিৰ বিধান।

তাত পাচে ধৌত বস্ত্র কৰি পৰিধান ॥
দেৱৰ মন্দিৰে গই প্ৰৱেশ হোৱন্ত ।
কুশাসন পাৰিয়া যে তাহাত বসন্ত ॥ ৬০৯
শ্রীমূর্ত্তি শালগ্রাম আগত থাপন্ত ।
ন্যাস প্ৰাণায়াম আদি কৰিয়া অৰ্চ্চন্ত ॥
ধ্যান অৱসানে নিবেদন যাপ্য স্তুতি ।
আগতে সাক্ষাত কৃষ্ণ মধুৰ মূৰতি ॥ ৬১০
হাসন্ত আহ্লাদে প্ৰেমে শৰীৰ দ্ৰবয় ।
বাক্য গদগদ নেত্রে লোতক বহয় ॥
মধুৰ মূৰ্ত্তিক চাই আনন্দে থাকন্ত ।
দণ্ডৱত কৰি স্তুতি প্ৰণাম কৰন্ত । ৬১১
উঠিয়া কৃষ্ণক লৈয়া হৃদয়ে থাপন্ত ।
দেহ গেহ পুত্র দাৰা আদি সমৰ্পন্ত ॥
অৰ্ঘ দিয়া যত কৰ্ম্ম অৰ্পিয়া কৃষ্ণত ।
শঙ্খ ঘণ্টা বাদ্য অৰ্চ্চা কৰ্ম্ম সমাপন্ত ॥ ৬১২
নিৰ্ম্মাল্য চন্দন পিন্ধি ভুঞ্জি পাদোদক ।
প্ৰসাদ নিৰ্ম্মাল্য দেন্ত ভকত সবাক ॥
আপুনি প্ৰসাদ ভুঞ্জি ভুঞ্জায়া সবাক ।
অনন্তৰে কৰে গৈয়া ভোজন অন্নক ॥ ৬১৩
আচমন মুখ শুদ্ধি কৰিয়া বসন্ত ।
অনন্তৰে স্থানে গৈয়া প্ৰসঙ্গ কৰন্ত ॥

নাম প্ৰসঙ্গৰ অন্তে পঢ়ে ভাগৱত।
পদপাঠ প্ৰসঙ্গ হোৱয় আনো যত॥ ৬১৪
নিশাৰ প্ৰসঙ্গ এহিমতে প্ৰবৰ্ত্তন্ত।
নামৰ প্ৰসঙ্গ এহিমানে সমাপন্ত॥
অতিথি শুশ্ৰূষা কৰি গৃহক চলন্ত।
নিত্যকৰ্ম্ম কৰি পাচে অন্নক ভুঞ্জন্ত॥ ৬১৫
শয্যাত থাকন্তে আছে গীতাপাঠ হয়।
সহস্ৰ নামক পঢ়ি স্তুতিক পঢ়য়॥
এহিমতে প্ৰবৰ্ত্তন্তে নিশি ক্ষয় হয়।
প্ৰভাতৰ স্নান সন্ধ্যা সবে আচৰয়॥ ৬১৬
তাত পাছে থানে যাই প্ৰসঙ্গ কৰন্ত।
এহিমতে স্থানে ধৰ্ম্ম প্ৰবৰ্ত্তি থাকন্ত॥
দেশ বিদেশৰ যত পঢ়িবে আসয়।
নানা শাস্ত্ৰ কবিৰত্ন দেৱত পঢ়য়॥ ৬১৭
গীতা ভাগৱত শ্ৰুতি পুৰাণ ভাৰত।
ইতিহাস তন্ত্ৰসাৰ আদি আনো যত॥
ব্যাকৰ্ণ প্ৰভৃতি আনো শাস্ত্ৰ যত যত।
পঢ়ন্ত বুজন্ত কবিৰত্ন প্ৰসাদত॥ ৬১৮

ৰামৰায়ৰ গুৰুলীলাতো ৯০৯ ৰ পৰা ৯১৭ সংখ্যক পদত ইয়াৰ বৰ্ণনা আছে।

সত্ৰৰ দ্বাদশ প্ৰসঙ্গৰ কাম নিয়াৰি ভাবে চলাবৰ বাবে ভট্টদেৱে নিজে "প্ৰসঙ্গ মালা" প্ৰণয়ন কৰি তাৰ বাবে নানা গীত, পদ, ভট্টিমা আদি ৰচনা ক্ৰমে আঁৰ-মাৰি নিয়ম বান্ধি দিছিল। পাটবাউসী আৰু তেওঁৰ আজ্ঞাপৰ সত্ৰ বিলাকত তেওঁ প্ৰৱৰ্ত্তন কৰা প্ৰসঙ্গমালা মতেই প্ৰসঙ্গৰ কাম অদ্যাপি চলি আছে। ধৰ্ম্মমত অধ্যায়ত তাক উল্লেখ কৰা হব।

লিখক হিচাবে ভট্টদেৱ সব্যসাচী আছিল। সংস্কৃতৰ অগাধ পণ্ডিত হিচাবে সংস্কৃতত লিখাৰ উপৰিও তেওঁ গুৰুৰ নিৰ্দ্দেশমতে যেনেকৈ কথা নিবন্ধ লিখিছিল তেনেকৈ ছন্দতো কেবাখন অনুপম পুথি ৰচনা কৰি গৈছে। এই পৰ্য্যন্ত ভট্টদেৱে ৰচনা কৰা তলত নাম দিয়া পুথি কেইখনৰ মাত্ৰ সন্ধান পোৱা গৈছে, তাত বাজে যদি কিবা আছিল বা আছে তাৰ কোনো অনুসন্ধান এই পৰ্য্যন্ত পোৱা নাই। কথা ভাগৱতৰ ১ম, ২য় আৰু ৩য় স্কন্ধৰ পাতনি লিখোঁতা ৺দুৰ্গেশ্বৰ শৰ্ম্মাদেৱে তাত ১১ খনৰ নাম দিছিল, কিন্তু বৰ্ত্তমানত সন্ধান পোৱা পুথিৰ সংখ্যা হৈছে ১৫ খন। সেইবোৰ হৈছে :—

১। কথা-ভাগৱত (১২ স্কন্ধ সম্পূৰ্ণ) ২। কথা-গীতা (১৮ অধ্যায় সম্পূৰ্ণ) ৩। কথা ভক্তি ৰত্নাবলী

৪। সাত্বত তন্ত্ৰ ( পদ ) ৫। প্ৰসঙ্গমালা ( পদ ) ৬। বিষ্ণু সহস্ৰ নাম ( পদ ) ৭। নন্দোৎসৱ ( পদ ) ৮। গুৰু বংশাৱলী ( পদ ) ৯। দামোদৰ ব্যাখ্যান (সংস্কৃত) ১০। ভাগৱত অধিকৰণ (সংস্কৃত) ১১। শৰণ মালিকা বা শৰণ সংগ্ৰহ (সংস্কৃত) ১২। ভক্তিবিবেক (সংস্কৃত) ( গীতাৰ অসমীয়া পদ কৰোঁতা ভট্টদেৱৰ প্ৰিয় শিষ্য গোবিন্দ মিশ্ৰই ইয়াৰ পদ কৰিছে ) ১৩। বৰগীত (পদ) ১৪। ভক্তিসাৰ ( সংস্কৃত ) ১৬। সন্ত নিৰ্ণয় (গদ্য আৰু সংস্কৃত শ্লোক ) শেষৰ দুখন তেওঁৰ ছদ্ম নাম কৃষ্ণ ভাৰতীৰ ভণিতাৰে।

সত্ৰৰ যাবতীয় প্ৰসঙ্গাদি পৰিচালনা আৰু টোলৰ অধ্যাপনাৰ মাজতো ইমানবোৰ লিখি উলিওৱা সাধাৰণ লোকৰ কাম নহয়। ভট্টদেৱ স্বয়ং এটা গ্ৰন্থাগাৰ বুলি কোৱাতো অযুক্তিকৰ নহব। তেতিয়াৰ দিনত আজি-কালিৰ দৰে ছপা পুথি পোৱা আৰু তাৰ পৰা কথা উদ্ধৃতি দিয়াৰ সুগম নাছিল। তাল পাত, তুলা পাত, সাঁচিপাত আদিত লিখা পুৰণি পুথি হাত মেলিলেই পোৱা অৱস্থা নাছিল। তেওঁৰ সংগৃহীত সংস্কৃত গ্ৰন্থ কেইখনত বেদ, উপনিষদ, পুৰাণ, ভাগৱত আদি কিমান-বোৰ পুথিৰ পৰা যে সংগ্ৰহ কৰিছিল তাক দেখিলে আচৰিত নহৈ নোৱাৰি।

তেওঁ একাধাৰে ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰ আছিল। ধৰ্ম্মৰ লাগতিয়াল সকলো অংশকে নিজে নিয়ম মতে আচৰণ কৰি লোককো অনুৰূপ শিক্ষা দিছিল। গুৰুৰ নিৰ্দ্দেশমতে "ৰজা প্ৰজা বিপ্ৰ, বৈষ্ণৱৰ ৰঞ্জিমন, প্ৰণতিক নেৰিবাহা শ্ৰৱণ কীৰ্ত্তন কৰ্ম্মৰ ভাগক লোকক দেখাস্ত আপুনিও আচৰিয়া।"

সত্ৰৰ কেৱলীয়া ভকত সকলৰ ভিতৰত কাৰো কাৰো চিত্ত বিকাৰ ঘটাৰ উমান পাই ভট্টদেৱে স্মৃতিৰ "দুৰ্ব্বহ ইন্দ্ৰিয় গ্ৰামো বিদ্বাংসমপকৰ্ষতি" বচন সুঁৱৰি আৰু

কাম ক্ৰোধ লোভ মোহ বিষয় আক্ৰোশ।
ই সবে বেৰিয়া কৰে মহন্তক দ্বেষ॥

ভাবি কেৱলীয়া ভকত সকলৰ "বাধ্যতামূলক ব্ৰহ্মচৰ্য্য ব্ৰত" এৰি "গড় বান্ধি যুঁজিবে বুলিলা।" আৰু গুৰু আজ্ঞামতে তেতিয়াৰ পৰা ভকত সকলে গৃহস্থী ধৰ্ম্ম পালন কৰি তাৰ ভিতৰেদি ধৰ্ম্মাচৰণ কৰিব ধৰিলে।

ভট্টদেৱে নিজৰ টোলত উপযুক্ত শাস্ত্ৰবিদ কৰি বহুতো ধৰ্ম্মাচাৰ্য্য গেধি নিযুক্ত কৰি গুৰুৱে ৰোপণ কৰি যোৱা ধৰ্ম্ম বৃক্ষৰ পুলিটি নানা শাখা প্ৰশাখা মেলি ফুল ফলেৰে জকমকাই পৰাকৈ ৰাখিছিল। যাতে ধৰ্ম্ম শাস্ত্ৰত উপযুক্ত লোকে গুৰুগিৰি কৰিব পাৰে তাৰ

বাবে প্ৰতি বছৰে বহাগ মাহৰ গুৰুৰ তিথিৰ সময়ত সকলো মেধি-মহন্ত ধৰ্ম্মযাজক সকলক একত্ৰ কৰি তাত প্ৰত্যেককে ভাগৱত ব্যাখ্যা কৰিব দিছিল আৰু তাত বাজেও অন্যান্য ধৰ্ম্মশাস্ত্ৰ আৰু বেদাদি সম্বন্ধে উপযুক্ত ৰকমে মহলা লৈ যোগ্যতানুসাৰে তেওঁলোকক মান দিয়াৰ ব্যৱস্থা কৰিছিল। উপযুক্ত গুৰু নহলে গুৰু শিষ্য উভয়ৰে পতন নিশ্চয় কথাষাৰ ভাবিয়ে ভট্টদেৱে সুগম কৰ্ণধাৰ গুৰু তৈয়াৰ কৰিছিল :—

নৰদেহ নৌকাগুৰু দৃঢ় কৰ্ণধাৰ।
কৃষ্ণ অনুকূল বায়ু তৰাৱে সংসাৰ॥ নীলকণ্ঠ।

গৃহী আছিল যদিও তেওঁ সংসাৰাশক্ত নাছিল। তেওঁ সংসাৰত— "পদ্মপত্ৰমিবাম্ভসা" হৈ সংসাৰ চলাইছিল। বিষয়ত থাকিও তেওঁ অবিষয়ী আছিল। তেওঁ সংসাৰত আশক্ত বা লিপ্ত নাছিল। তেওঁ আছিল অবিৰক্ত ভকত।

অতিথি স্বৰূপে যিটো বিষয় কৰয়।
অবিৰক্ত গুৰু সেহি শাস্ত্ৰত কহয়॥
তাকেসে বোলয় গুৰু সেই মহাজন।
তাহাক সেবিয়া প্ৰাণী বৈকুণ্ঠ গমন॥
গুৰুগীতা।

যেতিয়া তেওঁৰ একমাত্র আৰু শিক্ষাপ্রাপ্ত পুত্র শ্রীনিবাস ( গদাধৰ )ৰ অকাল মৃত্যু ঘটে আৰু তেওঁৰ দুজনা পত্নীয়ে তেওঁৰ লগত সহগমন কৰে তেতিয়া তেওঁৰ বিৰোধী কেইজনমান ব্রাহ্মণে এনে সময়ত ভট্টদেৱে কি ভাবে বঞ্চিছে তাক চাবৰ বাবে সত্ৰলৈ আহি দেখে যে এই অৱস্থাতো ভট্টদেৱে কিঞ্চিতো বিচলিত নহৈ নিয়মিত ভাবে প্রসঙ্গত বহি ভাগৱত পাঠ কৰি আছে ঃ—

দেখে ভট্টদেৱ পূৰ্ব্বৱতে বসি
আচন্ত ৰঞ্জি সভাক ।
হৰিৰ বদনে ভাগৱত ব্যাখ্যা
কৰিবাক লাগিছন্ত ।
দেখিয়া বিমুখ ব্রাহ্মণ সকলে
বিস্ময় ভৈলা অত্যন্ত ॥ ৯১৯
শ্রীনিবাস হেন তনয় মৰিল
দুই ভাৰ্য্যা লগে গৈলা ।
ভকতৰ কিনো আশ্চৰ্য্য মহিমা
বিৰক্ত তভো নভৈল ॥ ৰামৰায় ।

পাটবাউসীত ভালে কেইবছৰ সত্ৰ পৰিচালনা কৰাৰ পাচত দামোদৰ পাটোৱাৰী নামৰ দৈত্য প্রকৃতিৰ

লোক এজনে ভট্টদেৱৰ কামত প্ৰতিবন্ধক জন্মাবৰ অপচেষ্টা কৰে। অসতৰ লগত সদায় কাজিয়া কৰি থকাটো যুক্তি সঙ্গত নেদেখি "স্থানত্যাগেন দুৰ্জ্জনাৎ" নীতি বচন অনুসৰি ভট্টদেৱে বুড়ী লোহিতৰ পাৰত নতুনকৈ এখন সত্ৰ স্থাপন কৰি তালৈ উঠি যায়। এই সত্ৰ পাটবাউসীৰ পৰা ৮।১০ মাইল পূবে অৱস্থিত। এয়ে ব্যাহ (ব্যাস) কুচি সত্ৰ। ব্যাসদেৱ সদৃশ ভট্টদেৱৰ দ্বাৰা স্থাপিত বাবে ইয়াৰ নাম ব্যাসকুছি হোৱা বুলি মানুহে কয়। এই ব্যাসকুছি সত্ৰত থাকিয়ে ভট্টদেৱে পাটবাউসী আৰু ব্যাসকুছি দুয়ো সত্ৰ পৰিচালনা কৰি আছিল।

ভট্টদেৱৰ শ্ৰীমদ্ভক্তিবিবেক নামৰ সংস্কৃত গ্ৰন্থৰ ৰচনা কাল ১৫৪৩ শক। তাৰ শেষৰ শ্লোকটোত আছে :—

শ্ৰীমদ্দামোদৰ বৰ সদো মণ্ডলে সাধুযুষ্টেতিষ্ঠন
শ্ৰীকৃষ্ণ দিষ্টা তদনুগত ৰতৌ সৰ্ব্ব শাস্ত্ৰানুসাৰাৎ।
শ্ৰীমদ্ভক্তিবিবেক গ্ৰন্থমকৰোৎ শাকেগ্নিবেদেষুভি
শ্চন্দ্ৰ মাঘদিনে দিনেশ দিবসে তেনৈবতুষ্যেদ্ধৰিঃ।

ভট্টদেৱৰ কথাগীতাৰ ভুমিকাত পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে ভট্টদেৱৰ কাল ১৪৮০ ৰ পৰা ১৫৬০ শক

বুলি উল্লেখ কৰিছে ; আৰু তেৰেই ঘোষাৰত্নৰ পাতনিত গোপাল মিশ্ৰৰ কাল ১৪৩৬ৰ পৰা ১৫০০ শক বুলি লিখিছে। এই হিচাবত দেব দামোদৰ গুৰুৰ কাল ১৪১০ৰ পৰা ১৫২০ শক হলে গোপাল মিশ্ৰ আৰু ভট্টদেব ক্ৰমে তেওঁৰ পৰা ২৬ আৰু ৭০ বছৰে সৰু দেখা যায়। গুৰু সন্মুখ হোৱাৰ সময়ত ভট্টদেবৰ বয়স কমপক্ষেও ৩০ বছৰ আছিল। বিবাহাদিৰ পাচত হে তেওঁৰ গুৰুৰ লগত মিলন হোৱা বুলি চৰিত্ৰত উল্লেখ আছে। অৱশ্যে তাতকৈও অলপ বেচি বয়স বুলি ধৰিব পৰা যায়। এইদৰে হিচাব কৰি চালে দেখা যায় ভট্টদেবে ১৫১০।১২ শঁক মানত দেব দামোদৰ গুৰুৰ পৰা দীক্ষা লৈছিল। চৰিত মতে দেব দামোদৰ গুৰু অন্ততঃ ১৫১২।১৩ শঁকতে বিজয় নগৰলৈ যায়। তেৰাৰ জীৱনৰ শেষ ৭ বছৰ কাল কোচ বেহাৰত কটাইছিল ঃ—

> প্ৰভুদেৱ ভক্তি মূৰ্ত্তি লোকক তাৰন্ত।
> সপ্তম বৰিষ বেহাৰত আছিলন্ত ॥ ৰামৰায়।

ভট্টদেবে দেব দামোদৰ গুৰু পাটবাউসীত থকা কালত আহি তেওঁত দীক্ষা লোৱাৰ পাচতো ভালেমান দিন পাটবাউসীতে আছিল। তাৰ পাচত বৰনগৰৰ লোক

সকলৰ আগ্ৰহত কিছুকাল তাত গৈ ভাগৱত পাঠ কৰি আছিল; আৰু তাতেই কথা ভাগৱত লিখাৰ প্ৰাৰম্ভিক কাম চলিছিল।

ভক্তিবিবেকক যদি আমি ভট্টদেৱৰ শেষ গ্ৰন্থ বুলি ধৰো আৰু ভক্তিবিবেক ৰচনাৰ ৫।৭ বছৰ পাচত তেওঁক স্বৰ্গী হোৱা বুলি লওঁ তেনেহলে তেওঁ স্বৰ্গী হোৱাৰ কাল ১৫৫০ শঁকমান বুলি ধৰিবৰ হে যথেষ্ট স্থল দেখা যায়। আগৰ ধৰ্ম্মগুৰু সকল প্ৰায়েই কম পক্ষেও ৮০।৯০ বছৰ কাল জীয়াই আছিল। ভট্টদেৱক যদি ৮৫ বছৰ জীয়াই থকা বুলি ধৰো তেনেহলে তেওঁৰ জন্ম কাল ১৫৬০ মানত ৰয়গৈ। আৰু তেতিয়া হলে তেওঁ দেৱ দামোদৰ গুৰুৰ ঠাইত দীক্ষা গ্ৰহণ কৰা কাল হয় ১৪৯০ শকমান। ভট্টদেৱে শৰণ লোৱা কালত দেৱ দামোদৰ গুৰুৰ বৃদ্ধাবস্থা আছিলঃ—

মহাতেজৱন্ত বৃদ্ধ শৰীৰ অত্যন্ত।
ভক্তি যেন মূৰ্ত্তি ধৰি প্ৰকাশ কৰন্ত॥ ৰামৰায়।

খুদিয়াৰ কবিৰত্ন গোপাল মিশ্ৰ ভট্টদেৱৰ সহপাঠী আৰু সখি আছিল। গোপাল মিশ্ৰৰ কাল আমি ১৪৫০ৰ ১৫১৫।২০ শঁকমান বুলি দেখুৱাই আহিছোঁ। সেই

মতেও ভট্টদেৱৰ কাল ১৪৫৫।৬০ ৰ পৰা ১৫৫০ শঁক-মান হোৱাটোহে সম্ভৱ। শ্ৰীযাদৱদেৱ শৰ্ম্মাৰ 'ভট্টদেৱ' পুস্তিকাত ১৪৮০ শঁকৰ আঘোণ মাহত জন্মাটো মুঠেই সম্ভৱপৰ নহয়।

ভট্টদেৱৰ পূৰ্ব্বপুৰুষ সকল কণৌজদেশীয় ব্ৰাহ্মণ আছিল। তেওঁৰ প্ৰপিতামহৰ নাম আছিল প্ৰিয়োত্তম আৰু কাৰো কাৰো মতে তেওঁ উজনীৰ পিঙ্গলা গাওঁত বাস কৰিছিল। তেওঁ এজন নাম জ্বলা পণ্ডিত আছিল আৰু সকলো শাস্ত্ৰতে বিশেষ ব্যুৎপত্তি থকাৰ বাবে তেওঁ "বৰওজা" উপাধি পাইছিল। তেওঁৰ পুতেকৰ উপাধি আছিল শ্ৰীচন্দ্ৰভাৰতী। উজনী অসমত ৰাজ বিদ্ৰোহ চলি থকা কালত তেওঁ তাৰ পৰা নামনি অসমলৈ আহি বৰনগৰৰ ভেৰা গাওঁত থিতাপি লৈছিল।

কোনো কোনোৰ মতে তেওঁলোকৰ পূৰ্ব্বপুৰুষে তীৰ্থযাত্ৰী হিচাবে কণৌজৰ পৰা কামৰূপলৈ আহি প্ৰথমতে বজালীৰ অন্তৰ্গত কালদিয়া নদীৰ ওচৰৰ পিপলা গাওঁত আৰু তাৰ পাচত পিপলাৰ ওচৰৰে বিচান কুছি গাওঁত আছিল। আমিও এই মতকে পোষণ কৰো। ওপৰৰ পিঙ্গলা আমি অনুমান কৰা পিপলা বুলিহে বিশ্বাস হয়। কোনো লিপিকাৰৰ লিখাত পিপলা গৈ পিঙ্গলা হৈছে। নীলকণ্ঠৰ চৰিতত আছে:—

বঙ্গালী মধ্যত          বিচান কুচিত
    কবি সৰস্বতী নাম ।
দ্বিজ মহাসন্ত          পৰম মহন্ত
    ৰূপেগুণে অনুপাম ॥ ৪৭৩
সমস্ত শাস্ত্ৰত          পৰম পণ্ডিত
    জগতে অতিপ্ৰখ্যাত ।
জয় সৰস্বতী          ভট্টদেৱ খ্যাতি
    দুয়ো তেন্তে হন্তে জাত ॥ ৪৭৪
জয় সৰস্বতী          জেষ্ঠ মহামতি
    কনিষ্ঠ বৈকুণ্ঠ দেৱ ।
ৰূপেগুণে সন্ত          ধাৰ্ম্মিক মহন্ত
    তেহো সমনোহে কেৱ ॥ ৪৭৫

শ্ৰীচন্দ্ৰভাৰতীৰ পুত্ৰ সঙ্কৰ্ষণ, পুৰুষোত্তম বা কবি সৰস্বতীয়ে ভট্টদেৱৰ পিতৃ । ভট্টদেৱে নিজে বিষ্ণু সহস্ৰ নামত তেওঁৰ বংশ পৰিচয় এইদৰে দিছে ঃ—

কহে কবিৰত্ন বৰওজা পৰিনাতি ।
যাৰ পিতামহ ভৈলা শ্ৰীচন্দ্ৰভাৰতী ॥ ৪৪৭
পিতা কবি সৰস্বতী জগতে প্ৰখ্যাত ।
মহা শান্ত দান্ত আছে গুণ অসংখ্যাত ॥

শ্ৰুতি, স্মৃতি, ব্যাকৰণ, কাব্য, কোষ যত।
ছন্দ, অলঙ্কাৰ, আৰো পুৰাণ ভাৰত॥ ৪৪৮
ভৈলে ভাগৱত শাস্ত্ৰ যাৰ প্ৰসাদত।
ভৈলেক বেকত সবে মোহোৰ মনত॥
আনো শাস্ত্ৰে হৃদয়ৰ নকৰিল তোষ।
ভাগৱত শাস্ত্ৰে মাত্ৰ মিলিল সন্তোষ॥ ৪৪৯
তাতো দামোদৰৰ চৰণ ৰেণু পাই।
ভাগৱত কথা নিবন্ধিলো তাক চাই॥
সৰ্ব্ব মনোৰথ মোৰ ভৈল পূৰ্ণকাম।
আবে সদা লৈবে খুজু মাধৱৰ নাম॥ ৪৫০
তাক সিদ্ধি কৰিয়োক প্ৰভু লক্ষ্মীপতি।
কৰোহো চৰণে শত সহস্ৰ প্ৰণতি॥

কবি সৰস্বতীয়ে তাৰাদেৱী নামৰ কন্যা এজনীক বিয়া কৰাইছিল। বহু দিনলৈ তেওঁলোকৰ কোনো সতি-সন্ততি হোৱা নাছিল। সেই সময়ত এজন সন্ন্যাসী কবি সৰস্বতীৰ ঘৰত উপস্থিত হয়। সন্ন্যাসীয়ে কবি সৰস্বতীৰ আন্তৰিক দুখৰ কথা শুনি আৰু তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ অলপ ভস্ম দি সন্তান হোৱাৰ বৰ দিছিল। তাৰ পাচত তাৰাদেৱীৰ গৰ্ভত ৰমাকান্ত বা জয়সৰস্বতী আৰু বৈকুণ্ঠ নাথ নামে দুটি পুত্ৰ সন্তান

জন্মে। এই বৈকুণ্ঠ নাথেই পাচত কবিৰত্ন, ভাগৱত ভট্টাচাৰ্য্য বা ভট্টদেৱ নামে খ্যাত হৈছিল।

কনিষ্ঠ পুত্ৰ বৈকুণ্ঠ নাথৰ জন্মৰ অলপ দিন পাচতে তাৰাদেৱীৰ মৃত্যু হয়। ভোটৰ উপদ্ৰৱ হোৱাত পুতেক দুটিৰ সুশিক্ষাৰ বাবে কবি সৰস্বতীয়ে বজালীৰ বিচান কুচিৰ পৰা বৰনগৰৰ ভেৰা গ্ৰামলৈ উঠি যায়। তাতে তেওঁৰ পুতেক দুটিক সেই সময়ৰ বৰনগৰৰ বিখ্যাত পণ্ডিত গোপালদেৱ আচাৰ্য্যৰ টোলত পঢ়িবলৈ দিয়ে। গোপালদেৱ আচাৰ্য্য এনে পণ্ডিত আছিল যে অসমৰ নালাগে অন্যান্য প্ৰদেশৰো বহুত ছাত্ৰই তেওঁৰ টোলত শিক্ষা লাভ কৰিছিল। খুদিয়াৰ গোপাল মিশ্ৰয়ো এই টোলতে পঢ়িছিল আৰু ভট্টদেৱৰ লগত তেওঁ সখিত্ব কৰিছিল।

পাঠ সাঙ্গ কৰি ভট্টদেৱে নিজ গাওঁতে টোল পাতি ছাত্ৰ পঢ়ুৱাই আছিল। সেই সময়ত বৰনগৰৰ তেতিয়াৰ ৰাজ পুৰোহিত আমগুৰি গাওঁৰ কৃষ্ণমিশ্ৰৰ কন্যা পদ্মাৱতী দেৱীৰ লগত ভট্টদেৱৰ উদ্বাহ কাৰ্য্য সম্পন্ন হৈছিল। কৃষ্ণমিশ্ৰদেৱ দামোদৰ গুৰুৰ শিষ্য আছিল আৰু তেওঁ কৃত দেৱ দামোদৰ গুৰুৰ চৰিত পুথি এখন আছে।

বিবাহৰ কিছুদিন পাচত ভট্টদেৱ বৰপেটাৰ মেটুৰা-কুচি ( তাঁতি কুচি )ত থাকোঁতে মথুৰা দাস বুঢ়া আতাৰ অনুৰোধক্ৰমে পোৰাভিঠা ( বৰপেটা ) থানত ভাগৱত পাঠ কৰি আছিল আৰু তাতে থাকোতে দেৱ দামোদৰ গুৰুৰ গুণ গৰিমাৰ কথা শুনি পাটবাউসীলৈ গৈ তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল।

গদাধৰ শ্ৰীনিবাস নামে ভট্টদেৱৰ একেটি মাত্ৰ পুত্ৰ আছিল আৰু কালৰ নিদাৰুণ কৰালত তেওঁ অকালতে কাল প্ৰাপ্ত হয়।

নিজৰ স্থাপিত ব্যাসকুচি সত্ৰতে ভট্টদেৱে অজান শঁকৰ পুহ মাহৰ কৃষ্ণা সপ্তমী তিথিত তনুত্যাগ কৰে। ভট্টদেৱে তেওঁৰ প্ৰয়াণৰ সময়ত ব্যাসকুচি আৰু পাট-বাউসী উভয় সত্ৰৰ ভাৰ তেওঁৰ ভাতৃনাতি বিশাৰদ দেৱক দি যায়। মধ্য খণ্ডৰ ধৰ্ম্মাধিকাৰ আৰু পৰি-চালনাৰ ভাৰ অন্তৰঙ্গ বন্ধু লোচৰ অৰ্জ্জুনদেৱক অৰ্পণ কৰিছিল। অৰ্জ্জুনদেৱে অন্তৰঙ্গ বন্ধুৰ পৰা পোৱা গুৰুদেৱৰ ভক্তিহীৰা আৰু পৰিচালনাৰ ভাৰ নিজৰ অন্তিম কালত বিশাৰদদেৱক অৰ্পণ কৰে।

## নাৰায়ণ দেৱ।

মহাভক্ত নাৰায়ণ। পাদুকা যাহাৰ ধন॥ ৭২৩
শিৰত পাদুকা থন্ত। দামোদৰ উচ্চাৰন্ত॥
ঘোষাৰত্ন।

নাৰায়ণ দেৱেয়ো দেব দামোদৰ গুৰুৰ বাৰজন প্ৰধান শিষ্যৰ ভিতৰুৱা আছিল। তেওঁ গুৰুৰ আজ্ঞা-মতে দৰঙত বিশেষকৈ জনজাতীয় লোকৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিছিল। এওঁ দৰং জিলাৰ ভিতৰত কেবা-খনো সত্ৰ পাতিছিল। এতিয়া প্ৰায় খিনিয়ে নষ্ট হৈছে। তেওঁ দেব দামোদৰ গুৰুৰ পাদুকা নি প্ৰথম সত্ৰত বিগ্ৰহৰ পৰিবৰ্ত্তে পাদুকা স্থাপন কৰিছিল।

## পৰমানন্দ বা পৰ্ব্বানন্দ দেৱ (ৰান্ধনি বাপু)।

শ্ৰীমন্তপৰমানন্দ। জীৱৰ হৰন্ত বন্ধ॥ ৭২০
প্ৰভু যাক থাপি থৈলা। সত্ৰ প্ৰবৰ্ত্তায়া ৰৈলা॥
ঘোষাৰত্ন।

পৰমানন্দ বা পৰ্ব্বানন্দদেৱ দেৱ দামোদৰ গুৰুৰ সদায় সঙ্গত থকা বাৰজন ভক্তৰ ভিতৰৰ আছিল। তেওঁ দেৱ দামোদৰ গুৰুৰ ৰান্ধনি আৰু প্ৰিয় শিষ্য আছিল। প্ৰভুৰ প্ৰয়াণৰ সময়ত বলদেৱক তেওঁৰ স্থাপিত কোচ বেহাৰৰ দামোদৰ ধাম, তৰুৱাধাপ (বৈকুণ্ঠ পুৰ) সত্ৰৰ ভাৰ দি তাৰ পৰৱৰ্ত্তী অধিকাৰ হিচাবে পৰমানন্দদেৱক নিৰ্ব্বাচন কৰি গৈছিল। তদনুসাৰে বলদেৱে বনমালীদেৱক ভাগৱত পাঠৰ ভাগৱতী নিযুক্ত কৰি পৰমানন্দদেৱক সত্ৰাধিকাৰৰ ভাৰ দি যায়। পৰমানন্দদেৱেও গুণীৰ গুণ বুজি নিজ ভাতৃ পুত্ৰক অধিকাৰ নাপাতি তেওঁৰ প্ৰিয় শিষ্য পৰম ভাগৱত শ্ৰুতিশীল বনমালীদেৱত সেই ভাৰ অৰ্পণ কৰি যায়।

এই সময়ত বলদেৱৰ ভাতিজাক মদন মোহন আৰু পৰ্ব্বানন্দদেৱৰ ভায়েকৰ নাতিয়েক পুৰুষোত্তমৰ ভিতৰত সত্ৰৰ অধিকাৰ হোৱাৰ বাবে কাজিয়া লাগে। তেতিয়া বনমালীদেৱে কোচ বেহাৰ এৰি তীৰ্থ পৰ্য্যটনৰ বাবে পুৰীলৈ যায় আৰু পুনৰ্ব্বাৰ তেওঁ কোচ বেহাৰত নৰৈ চিধাই জয়ধ্বজ স্বৰ্গদেওৰ অনুৰোধত উজনীলৈ

যায়। সত্ৰৰ অধিকাৰ পদৱীৰ বাবে কাজিয়া হোৱাত প্ৰাণ নাৰায়ণ বজাই আৰু এখন সত্ৰ পাতি দুই সত্ৰত বেলেগে বলদেৱৰ আৰু পৰ্ব্বানন্দদেৱৰ বংশধৰ সকলক অধিকাৰ হৈ থকাৰ সুযোগ কৰি দিয়ে।

## যদুমণিদেৱ।

উজনাৰ পৰা বংশীগোপালদেৱৰ লগত যদুমণি দেৱো আহিছিল। গুৰুৱে বংশীগোপালদেৱক উজনীত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ পঠিয়াত তেওঁও একেলগে উজনীলৈ যায়। গুৰুৰ নিৰ্দ্দেশমতে তেওঁও ধৰ্ম্ম প্ৰচাৰৰ আদেশ পাইছিল। বংশীগোপালদেৱে কাঁহীকুচি আৰু কলাবাৰীত সত্ৰ পতা সময়তে যদুমণিদেৱে মথিয়াছিগা নামে ঠাইৰ আধলীয়া গাওঁত মাহৰা সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰে। আধলীয়া ঠাইৰ সত্ৰৰ নামৰ পৰাই এওঁ আধলীয়া বা আধাৰ যদুমণি নামে জনাজাত হয়।

# কপিলদেৱ বা কপিল মুনি ।

ভট্টদেৱ দ্বিজবৰ মধ্যদেশে থকা ভুমি
ভাগৱত ধৰ্ম্ম প্ৰবৰ্ত্তাই ।
কপিল গোপাল আদি বৈষ্ণৱ সকল থাকা
মধ্যে মধ্যে হৰি গুণ গাই ॥

কবিচন্দ্ৰৰ ভৱিষ্যত কথা বা সন্ত চৰিত ।

অতীতত বহুতো সাধু, সন্ন্যাসী আৰু তীৰ্থ যাত্ৰী লোক অসম (তেতিয়াৰ কামৰূপ) লৈ আহি কামৰূপৰ প্ৰাকৃতিক সৌন্দৰ্য্য, তীৰ্থাদি আৰু শস্য, মৎস্যাদিৰ প্ৰাচুৰ্য্যত আকৃষ্ট হৈ পুনৰ স্বস্থানলৈ প্ৰয়াণ নকৰি ইয়াতে থাকিবলৈ লৈছিল। কপিলদেৱৰ পিতামহ নৰোত্তম মিশ্ৰৰ পুত্ৰ মুকুন্দ মিশ্ৰ আচাৰ্য্য শিৰোমণিও তেনে এজন তীৰ্থ যাত্ৰী আছিল। বহু দিনলৈ সন্তি-সন্ততিৰ মুখ দেখা নাপাই মুকুন্দদেৱে সস্ত্ৰীক কান্যকুব্জৰ পৰা কামৰূপলৈ তীৰ্থ পৰ্য্যটনৰ বাবে আহিছিল। কামৰূপৰ সকলো তীৰ্থ পৰ্য্যটন কৰাৰ পাচত তেওঁলোকৰ অভীষ্ট সিদ্ধি হোৱাৰ আশা দেখিলে। কামৰূপৰ কামাখ্যা দেৱীৰ কৃপাত মুকুন্দ মিশ্ৰৰ পত্নী অন্তঃসত্ত্বা হোৱাত মুকুন্দদেৱে তেতিয়াৰ কামৰূপৰ

শিক্ষাৰ ঘাই কেন্দ্ৰ শিলাৰ সন্নিকটৰ বৰ্ত্তমান পাকা মৌজাৰ পাকা গাওঁত স্থায়ী ভাবে বসতি কৰিবলৈ ললে।

এই পাকা গাওঁতে যথা সময়ত মুকুন্দ মিশ্ৰৰ এটি পুত্ৰ সন্তান ওপজে। মুকুন্দদেৱে পুত্ৰৰ নাম থলে ৰামচন্দ্ৰ মিশ্ৰ। এই ৰামচন্দ্ৰ মিশ্ৰৰে পুতেক আছিল কপিলদেৱ। এওঁৰ আন নাম আছিল উমাপতি আৰু পৰ্ব্বানন্দ। উপযুক্ত বয়স হোৱাত কপিলদেৱে শিলাৰ টোলত অধ্যয়ন কৰি সকলো শাস্ত্ৰতে পাণ্ডিত্য লাভ কৰে। ৰত্নমালা ব্যাকৰণ ৰচয়িতা পণ্ডিত পুৰুষোত্তম বিদ্যাবাগীশ এওঁৰ সহপাঠী আছিল বুলি জনা যায়। শাস্ত্ৰত সুপণ্ডিত আছিল যদিও তেওঁ তাৰ্কিক নাছিল আৰু তেনেদৰে নিজৰ পাণ্ডিত্য প্ৰকাশ কৰিবলৈ ভাল নাপাইছিল। তেওঁ বৰ ধীৰ, শান্ত আৰু মৌন প্ৰকৃতিৰ আছিল। সেইবাবে লোকে তেওঁক মুনি আখ্যা দিছিল আৰু লোকত কপিল মুনি নামে প্ৰখ্যাত আছিল।

দেৱ দামোদৰ গুৰুৱে পাটবাউসীত বৈষ্ণৱ ধৰ্ম্ম প্ৰবৰ্ত্তন কৰা সময়ত এওঁ পাটবাউসীলৈ গৈ দেৱ দামোদৰ গুৰুৰ পৰা দীক্ষা গ্ৰহণ কৰিছিল। দেৱ দামোদৰৰ প্ৰথম বাৰজন শিষ্যৰ ভিতৰত কপিল মুনিও এজন।

ভগৱানদেৱ, গোপাল মিশ্ৰ, সন্তভূষণ প্ৰভৃতিক মালা নিৰ্ম্মালি দি শিষ্য ভজনা কৰিবলৈ আদেশ দিয়া সময়ত কপিলদেৱকো আচাৰ্য্য নিযুক্ত কৰি ধৰ্ম্ম প্ৰচাৰৰ বাবে গুৰুৱে আদেশনামা দিছিল।

কপিলদেৱে সত্ৰ পাকাৰ অধিকাৰ পদ লৈ প্ৰভুৰ ধৰ্ম্ম বিস্তাৰত মন প্ৰাণ সঁপি দিছিল। এই সত্ৰৰ বিগ্ৰহ হৈছে বংশী গোপাল। আহোম ৰজাই সংসঙ্গী সত্ৰ হিচাবে ভালেখিনি ধৰ্ম্মোত্তৰ মাটি আৰু ভকত দান কৰি দিছিল। ১৩০৪ চনৰ প্ৰবল ভূমিকম্পৰ সময়লৈ এই সত্ৰ মহা পৰোভৱে চলি আছিল। ভূমিকম্পত এই সত্ৰ সমূলি ডুবি গোৱাত তাত বাস কৰা টানহৈ পৰাত সত্ৰৰ গোসাই সকলে বাধ্য হৈ স্থান ত্যাগ কৰিব লগাত পৰে। বৰ্ত্তমানত তেওঁলোকৰ কিছুমানে টিঙ্গৰ ওচৰৰ নখৰা গাওঁত কোনোৱে সৰিহ মৌজাৰ বন গাওঁত আৰু কোনোৱে উত্তৰ বজালী মৌজাৰ মুগুৰীয়া গাওঁ আদিত বাস কৰি আছে। অসমৰ এজন নামজ্বলা সংস্কৃত পণ্ডিত ৺জীৱেশ্বৰ গোস্বামী (ষড়দৰ্শন বিদ) কপিল দেৱৰ বংশধৰ আছিল। এওঁ বহুত গ্ৰন্থ প্ৰণয়ন আৰু সঙ্কলন কৰি গৈছে। সেই গ্ৰন্থবোৰ হৈছে—১। জীৱেশ্বৰতত্ত্বম (আত্মতত্ত্ব সম্বন্ধীয় দাৰ্শনিক গ্ৰন্থ)।২। জ্যোতিষ চিন্তামণি (জ্যোতিষৰ প্ৰমাণিক গ্ৰন্থ)।৩। ভট্টদেৱৰ

ভক্তিবিবেকৰ টীকা। ৪। মনোহৰ পদ্যমালা (সংস্কৃত শ্লোকৰ অসমীয়া ভাঙনি আৰু স্বকীয় কবিতাৰ পুথি)। ৫। হাস্যতৰঙ্গ নাটক (ধেমেলিয়া নাট)। ৬। মুমূর্ষ গাঁথা (মৃত্যুৰ আগ মুহূর্ত্তত শুনাব লগীয়া উপদেশমূলক কথাৰ কিতাপ)। ৭। ৺ শ্ৰীশ্ৰীদামোদৰীয় দর্শন (শ্ৰীশ্ৰীদামোদৰ দেৱৰ দর্শন সম্বন্ধীয় গ্রন্থ)। এই বংশৰে আন এজন ৺ আনন্দ চন্দ্ৰ গোস্বামী বেদান্ত বাগীশে তেওঁৰ পাতনি-সহ কবিচন্দ্ৰ বিৰচিত "সন্তচৰিত" নামৰ পুথিখন প্ৰকাশ কৰিছিল।

হেৰ সিদিনালৈ পানীৰ তলত থকা পাকা মৌজাত মৈমনচিঙীয়াই আহি খুটি পুতি সত্ৰৰ বহুত মাটি দখল কৰি লৈছে। বর্ত্তমান সত্ৰৰ নাগত মাত্ৰ ৫৮০৶৬ লেচা মাটিহে ধর্ম্মোত্তৰ নিস্পিখেৰাজ হিচাবে আছে। সত্ৰৰ ভকত সকল চেদেলি ভেদেলি হৈ পৰাত তেওঁলোকৰ আওলাদ পোৱা টানহৈ পৰিছে।

## শ্ৰীহৰি দাস

হাজোৰ সুকবি শ্ৰীহৰি দাসে দেৱ দামোদৰ গুৰুৰ লগত পাটবাউসীলৈ আহি বাৰজন ভকতৰ সঙ্গত নাম

প্ৰসঙ্গ কৰিছিল। গুৰুৰ আদেশ মতে এওঁ পাটবাউসী সত্ৰত ভাগৱতৰ ৫ম স্কন্ধৰ অসমীয়া পদ ৰচনা কৰে। এওঁ বহুতো ভক্তিমূলক গীত আৰু ঘোষাও ৰচনা কৰিছিল। এওঁৰ ৰচিত ভাগৱতৰ ৫ম স্কন্ধ এতিয়াও প্ৰকাশ হোৱা নাই। এওঁৰ বংশধৰ সকলে পাট-বাউসী সত্ৰত মূল পাঠকৰ কাম চলাই আছে।

## কেশৱ চৰণ

কেশৱ চৰণ দেৱ দামোদৰ গুৰুৰ অনুগত শিষ্য আৰু শ্ৰীশঙ্কৰদেৱৰ ভাই বন গঞাঁ গিৰাৰ নাতি। দেৱ দামোদৰ গুৰুৰ আজ্ঞামতে কোচ বেহাৰৰ বৈকুণ্ঠ-পুৰ সত্ৰৰ ভাগৱতৰ নৱম স্কন্ধৰ অসমীয়া পদ এওঁ ৰচনা কৰে। তেওঁৰ বংশধৰ সকল বজালীৰ "ৰতনপুৰত" আছে।

## ভাগৱত মিশ্ৰ

ভাগৱত মিশ্ৰ দেৱ দামোদৰ গুৰুৰ শিষ্য। এওঁ ভগৱানদেৱৰ লগত গৈ গোবিন্দপুৰ সত্ৰৰ ভাগৱতী হৈ

আছিল আৰু গুৰুৰ আদেশত "বিষ্ণু পুৰাণ" আৰু "সাত্বত তন্ত্ৰ"ৰ গভীৰ তত্ত্বমূলক কথা অসমীয়া পদত ৰচনা কৰে।

## গোপাল চৰণ

দেৱ দামোদৰ গুৰুৰ শিষ্য গোপাল চৰণ দ্বিজে গুৰুৰ আদেশত কোচ বেহাৰৰ সত্ৰত থাকি দেৱ দামোদৰ গুৰুৰ আজ্ঞামতে ভাগৱতৰ ৩য় আৰু ৮ম স্কন্ধৰ অসমীয়া পদ ৰচে। এওঁ "ভাগৱত মিশ্ৰিত" আৰু "বিষ্ণু পুৰাণ জৰিত" কৰি হৰি বংশৰ অসমীয়া পদ ৰচিছিল। ✻✻



## অষ্টম অধ্যায়।

### ধৰ্ম্মমত।

বহুতে কৰলৈ প্ৰয়াস পায় যে যেহেতু দেৱ দামোদৰ গুৰুৱে কোনো গ্ৰন্থ প্ৰনয়ণ কৰি যোৱা নাই সেইবাবে তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ কোনো নিৰ্দ্দিষ্ট প্ৰণালী বা দৰ্শন নাই। এই কথা সম্পূৰ্ণ ভ্ৰমাত্মক। ধৰ্ম্ম প্ৰচাৰক হলেই যে লিখকো হব লাগিব তাৰ কোনো যুক্তি যুক্ত কাৰণ নাই। উপযুক্ত প্ৰচাৰকৰ বাণীয়ে তেওঁৰ ধৰ্ম্মৰ দৰ্শন। দেৱ দামোদৰ গুৰুৱে নিজে কোনো গ্ৰন্থ নিলিখিলেও তেওঁৰ সমসাময়িক চৰিত্ৰ লিখক সকলৰ পুথিত থকা তেওঁৰ উক্তি আৰু প্ৰধান শিষ্য সকলৰ লিখিত পুথিৰ পৰা তেওঁৰ ধৰ্ম্মমত সম্যকৰূপে বুজিবৰ আৰু জানিবৰ যথেষ্ট থল আছে। তেওঁৰ চৰিতকাৰ সকলে তেওঁৰ নিজ মুখৰ বাক্য বুলি যিখিনি লিখি থৈ গৈছে আৰু তেওঁৰ প্ৰিয় আৰু প্ৰধান শিষ্য

গোপাল মিশ্র আৰু ভট্টদেৱ, শ্রীহৰি দাস প্রভৃতিয়ে সাম্প্রদায়িক হিচাবে লিখা পুথিত যিবোৰ কথা নিবন্ধন কৰি থৈ গৈছে তাৰ পৰা দামোদৰীয়া সম্প্রদায়ৰ ধৰ্ম্মমত বুজিবলৈ একো টান নহয়।

দেৱ দামোদৰ গুৰুৱে ভকত, ভগৱন্ত আৰু বিষ্ণু আৰু বৈষ্ণৱক সমান চকুৰে চাইছিল। সংসাৰ বন্ধন-তৰণৰ কাণ্ডাৰী গুৰু কেনেকুৱা হব লাগিব সেই বিষয়ে তেওঁৰ যি মত আছিল তাক ভট্টদেৱে তেওঁৰ ভক্তি-বিবেকত এইদৰে উল্লেখ কৰিছে :—

শাস্ত্ৰত পণ্ডিত হৰিত ভকত
নাইবা ভক্ত সেহি ঠাই ॥ ৫১
নুবাৰে খণ্ডিব যদিবা পণ্ডিত
হৰিৰ ভকত নয়।
তাৰ উপদেশে শিষ্যৰো কিঞ্চিত
নোপজয় বোধ চয়।
এতেকে পণ্ডিত ভকত গুৰুত
শৰণ লৈবে লাগয় ॥ ৫২

গুৰু পণ্ডিত আৰু ভক্ত হবই লাগিব, তদুপৰি যদিহে তেওঁ বৈষ্ণৱ নহয় তেওঁও উপযুক্ত গুৰুৰ লায়ক নহয় বুলি এইদৰে কৈছে :—

যদি ভক্ত নোহে তিনি বেদ জানে
তথাপি শ্ৰেষ্ঠ নোহন্ত ।
এতেকে ভক্তেসে পৰমাৰ্থ গুৰু
ভগৱন্তে কহিচন্ত ॥ ৫৭
উত্তম কুলতো যদিবা জন্মিছে
সকল বেদ জানয় ।
তথাপিতো যদি বৈষ্ণৱ নোহয়
সিটো গুৰু যোগ্য নয় ॥ ৬০

গুৰু কেনে গুণ সম্পন্ন হব লাগিব সেই বিষয়ে গুৰুগীতাত দিছে :—

সম দম দায়া বিষয়ত স্পৃহা
নকৰে যিটো সুজন ॥ ৪৫
* * * *
সুখী দুখী শিষ্য দেখয় সমান
সমতা কৰি মানয় ॥ ৪৯
* * * *
সগুণ নিৰ্গুণ ব্ৰহ্মতত্ত্ব জ্ঞান
সবাকে জানে যি জনে ।
পঞ্চতত্ত্ব মানে মূল মন্ত্ৰ জানে
গুৰু যোগ্য সেহি জন ॥ ৫১

দেৱ দামোদৰ গুৰুৱে উল্লেখিত গুণ সম্পন্ন সন্ত, সু-পণ্ডিত আৰু বৈষ্ণৱকহে বাচি বাচি গুৰু পদত অধি-ষ্ঠিত কৰিছিল। গুৰুৰ পদাঙ্কসৰণ কৰিয়ে ভট্টদেৱেও তাকে কৰিছিল আৰু প্ৰতি বছৰে বহাগ মাহত গুৰুৰ তিথিত সমবেত গুৰু পদত অধিষ্ঠিত থকা অধিকাৰ আৰু মেধি সকলৰ উপযুক্ত মহলা লৈ যোগ্যতানুসাৰে তেওঁলোকক পুৰস্কাৰ দিয়াৰ নিয়ম প্ৰবৰ্ত্তন কৰিছিল।

সন্ত বৈষ্ণৱ সকলেই আছিল দেৱ দামোদৰ গুৰুৰ আত্মা স্বৰূপ আৰু অন্তৰঙ্গ বন্ধু। ভকতৰ নিমিত্তে তেওঁ আছিল পৰিমৰা বিধৰ। ভক্ত বৈষ্ণৱৰ যাতে কোনো অপায় অমঙ্গল নহয় তেওঁলোকে যাতে কোনো ৰূপ দুখ কষ্ট নাপায় তাৰ বাবে তেওঁ সদায় সচেতন আছিল। তেওঁৰ উক্তিৰ বহু ঠাইতে সেই কথা স্পষ্ট ভাবে কৈ গৈছে। বংশীগোপাল দেৱক ধৰ্ম্মভাৰ অৰ্পণ কৰি দিয়া উপদেশত আছে ঃ—

ভক্তি ভক্ত জানা ভগৱন্ত একে
বস্তু কৰিবাহা সাৰ।
এহি শিক্ষা ধৰি ধৰ্ম্ম আচৰিবা
নাহি বস্তু আতপৰ॥ ২৪৭

গুৰুলীলা।

কোচ বেহাৰক যোৱাৰ সময়ত ভক্তসকলক কৈছিল :—

অৰ্থ পুত্ৰ বিষয়ত বিশ্বাস কৰিছা যত
সেহিথানি বিশ্বাস সন্তত।
কৰিবাক পাৰা যেবে এহি জন্মে জানা তেবে
ভৱ তৰি যাইবা সমস্ত ॥ ৫৮০

গুৰুলীলা।

প্ৰভুৱে অন্তিমকালত তেওঁৰ সত্ৰৰ কমলাকান্ত আতাক কৈছিল :—

শুনিও কমলাকান্ত আতা মহাজন।
দুখীয়া ভক্তক মোৰ কৰিবা পালন ॥
খাইলে নাখাইলে সুখ দুখ জিজ্ঞাসিবা।
দেহ নিৰ্ব্বাহৰ পদে চাউল কানি দিবা ॥

গুৰুলীলা।

যি মহাভাগৱত পুৰাণ ৰচনা কৰি শ্ৰীকৃষ্ণক পূৰ্ণব্ৰহ্মৰূপে "কৃষ্ণস্তু ভগৱান স্বয়ং" প্ৰচাৰ কৰি ব্যাস দেৱে মনত শান্তি পাইছিল, সেই ভক্তি ৰসাত্মক ভাগৱতৰ শ্ৰীকৃষ্ণক পূৰ্ণ অৱতাৰ বুলি মানি ভক্তি সহকাৰে তেওঁতেই চিত্ত অৰ্পণেই হৈছে ভাগৱতী ধৰ্ম্ম। ইয়াত একমাত্ৰ ভজনীয় দেৱ হৈছে দৈৱকী নন্দন বাসুদেৱ :—

**দেৱ দামোদৰ গুৰু**

সমস্ত শাস্ত্ৰৰে সাৰ ভাগৱত নাম যাৰ
একে বৃক্ষে ব্যাপিছে জগত।
কল্পতৰু দেৱতাৰ যাৰ বাঢ় স্কন্ধে সাৰ
বেদ যাৰ অঙ্কুৰ সতত ॥ ৩৪

এক শাস্ত্ৰ মাত্ৰ সাৰ ভৈলা দৈৱকী তনয়ে যাক কৈলা
এক দেৱ মাত্ৰ দৈৱকী দেৱী কুমাৰ।
কৰ্ম্ম একমাত্ৰ সত্য হয় তাহান সেৱাক শাস্ত্ৰে কয়
মন্ত্ৰো একমাত্ৰ কৃষ্ণ নাম সাৰে সাৰ ॥ ১২৬
ঘোষাৰত্ন।

সমস্ত শাস্ত্ৰৰ গুৰু জানা ভাগৱত। ৯২
গুৰুগীতা।

অসমৰ বৈষ্ণৱ সকলে ভাগৱতৰ ধৰ্ম্মকে লোক সমাজত প্ৰচাৰ কৰিছিল আৰু এয়ে আমাৰ ভাগৱতী ধৰ্ম্মৰ মূল :—

ইটো শাস্ত্ৰ মহামুনি কৈলা তাতে মহাধৰ্ম্ম থাপি থৈলা
মৎস্যৰ ৰহিত সাধু সবে আক পাৱে
স্বৰ্গ ফল তেজে অনুক্ষণ মোক্ষতো যাহাৰ নাহি মন
তাৰা সবে মাত্ৰ আক ধৰ্ম্ম বুলি গাৱে ॥ ১২২
ঘোষাৰত্ন।

দামোদৰীয়া, মহাপুৰুষীয়া আৰু হৰিদেৱী এই তিনিও সম্প্ৰদায়ৰে ধৰ্ম্মৰ মূল এই ভাগৱতী ধৰ্ম্ম। ভাগৱতৰ মূল কথা হৈছে ঈশ্বৰত বিশ্বাস আৰু জ্ঞানলব্ধ দাস্য ভক্তিৰ দ্বাৰা সম্পূৰ্ণ ভাৱে আত্ম নিবেদন। ওপৰৰ পদ আৰু নাম ঘোষাৰ আৰম্ভণিৰ—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।

পদটো একাৰ্থ সূচক।

"ভাগৱতৰ মতে ভক্তি দুই প্ৰকাৰৰ সগুণ আৰু নিগু'ণ। জীৱৰ হৃদয়ত সত্ত্ব, ৰজ আৰু তম গুণৰ সমাবেশৰ কম বেচি অনুসাৰে সগুণ ভক্তিও তিনি ৰকমৰ হয় (ইয়াৰ আগতে কৈ অহা তিনি বিধ ভক্ত যথা—মাখন, লৱণ আৰু দুগ্ধৰ নিচিনা)। সত্ত্বগুণ বিশিষ্ট ভক্ত সদায় সকলো সময়তে ঈশ্বৰত আত্ম সমৰ্পণ কৰি নিজ কৰ্ত্তব্য সাধনত ৰত থাকে। সেয়েহে সাংসাৰিক সুখ-দুখ বা পাপ পুণ্য জনিত কোনো মানসিক বিকৃতিয়ে তেওঁৰ মনক কোনো প্ৰকাৰে উদ্বিগ্ন কৰিব নোৱাৰে (মাখন পানীত গলি নাযাই ভাহি ফুৰাৰ দৰে অবিচলিত হৈ থাকে)। আন দুবিধ সগুণ প্ৰত্যেকতে

সাংসাৰিক ভোগ বিলাস আৰু বিষয় বাসনাৰ প্ৰতি আসক্তি থাকে আৰু সেয়েহে এই ভক্তই সুখ দুখৰ অনুভূতি পায়। ৰাজসিক ভক্তই ধন, ঐশ্বৰ্য্য, যশ-কীৰ্ত্তি আদিৰ কাৰণে ভগৱানক উপাসনা কৰে আৰু তামসিকে কৰে হিংসা, দ্বেষ, ঘৃণা আদিৰ কাৰণে।"

"সাত্ত্বিক ভক্তি অহৈতুকী। ইয়াত পোৱা যায় ভক্ত আৰু ভগৱানৰ মাজত সহজ, সৰল আৰু সুন্দৰ এটা প্ৰেমৰ অনুভূতি, যি নেকি ভক্তৰ সকলো বাসনাৰ ভাব অতিক্ৰম কৰি অন্তৰৰ অন্তৰতম স্থানৰ পৰা নিঃসৃত হয়। ভক্ত আৰু ভগৱানৰ মাজৰ এই যোগসূত্ৰক বহিৰ্জগতৰ কোনো বাধা বিঘিনিয়ে ছিণ্ডিব নোৱাৰে। এই কথা সুন্দৰৰূপে পৰিস্ফুট হৈছে ভাগৱতৰ 'ৰাস-লীলা'ত। ইয়াত কৃষ্ণ স্বয়ং ভগৱান আৰু ৰাধা হৈছে মূৰ্ত্তিমতী ভক্তি। গোপীগণ প্ৰত্যেকেই সেই ভক্তিৰ আংশিক প্ৰকাশ। ভাগৱতৰ ৰাসলীলা জৈৱ-ইন্দ্ৰিয়-বৃত্তি চৰিতাৰ্থ কৰা কোনো ঐতিহাসিক ঘটনা নহয়।" এনেকুৱা ভক্তই হৈছে একান্ত ভক্ত। ঘোষাৰত্নত আছে :—

আমাৰ হৃদয় একান্ত ভকত
তাহাৰো হৃদয় মঞি
আমাত বিনায় যেহেতু ভকতে
অন্যদেৱ নেদেখয় ॥ ৬৯২

"যিকি নহওক ভাগৱতে আৰু এবিধ ভক্তিৰ কথা কয়—সেয়ে হৈছে নিৰ্গুণ ভক্তি। ইয়াৰ উৎস সত্ত্ব, ৰজ আৰু তমগুণকো অতিক্রম কৰা গভীৰতম স্থানত পৰি আছে। আকাঙ্ক্ষা বা কামনাৰ কোনো মানসিক বিকৃতি আহি এই ভক্তৰ মনক চঞ্চল কৰিব নোৱাৰে—আনকি তেওঁৰ মুক্তি আকাঙ্ক্ষাও নাথাকে। যেতিয়া এই ভক্তিৰ ভাব হৃদয়ত উদ্রেক হয় তেতিয়া আৰু ভক্ত ভগৱানৰ মাজত ভেদ-জ্ঞান নাথাকে। ভক্ত তেতিয়া "অহং ব্ৰহ্মাস্মি" বা "সোহং" ভাবত বিভোৰ হয়। ভাগৱতৰ এই নিৰ্গুণ ভক্তিয়ে বৈদান্তিকৰ "অদ্বৈত সিদ্ধি"ৰ পথ উন্মুক্ত কৰি দিয়ে। ভক্ত তেতিয়া সম্পূৰ্ণ জীৱন্মুক্ত আৰু "সচ্চিদানন্দ"ৰ অনুভূতিত বিভোৰ বহিৰ্জগতৰ কোনো চিন্তা ভাবনা বা আঘাত সংঘাতৰ আশঙ্কা আহি ভক্তৰ সেই শান্ত, সৌম্য, সুন্দৰ মনোপটত কোনো আলোড়ন তুলিব নোৱাৰে। এই ভক্তি লাভ কৰিব পাৰা যায় নিষ্কাম কৰ্ম্ম সম্পাদন, ভগৱানক পূজা উপাসনা আৰু তেওঁৰ নাম শ্ৰৱণ, মনন, নিদিধ্যাসন আদি উপায়ৰ দ্বাৰা" (কথা ভাগৱত দশম স্কন্ধৰ ভূমিকা-অধ্যাপক শ্ৰীহৰিনাথ শৰ্ম্মা দলৈ। পৃষ্ঠা-ছ-জ)।

ভাগৱতী ধৰ্ম্ম যদিও এক শৰণ নাম ধৰ্ম্ম তথাপি ভক্তৰ স্তৰ অনুসৰি তাৰ ৰূপৰ পৰিবৰ্ত্তন ঘটে। শিশুৰ যেনে বাল্যক্ৰীড়া, যুৱকৰ বল প্ৰদৰ্শন আৰু বৃদ্ধৰ উপদেশ বচন তেনেকৈ ধৰ্ম্মতো বিভিন্ন স্তৰ আছে। শিশুক বাল্যক্ৰীড়াৰ পৰিবৰ্ত্তে এমোনীয়া ভাৰ এখন ববলৈ দিলে যেনেকৈ অসমৰ্থ হব তেনেকৈ সংসাৰাসক্ত ভক্তক কেবল নাম ধৰ্ম্মৰ উপদেশ দিলে সি ফলৱতী নহয়। সেই বাবেই সংসাৰাসক্ত ভক্তক নিত্য নৈমিত্তিক কৰ্ম্ম নেৰিবলৈ উপদেশ দিয়া হৈছিল ঃ—

লোক শিক্ষা অৰ্থে স্নান আচমন
আদি কৰ্ম্ম আচৰিব।
অজ্ঞানীক কৰ্ম্ম ত্যাগ উপদেশ
দিয়া বুদ্ধি নচালিব ॥ ১৮৪

ভক্তিবিবেক।

আৰু ঃ—

ইন্দ্ৰিয়ৰ ভোগে ইচ্ছা থাকিতে দেৱৰ কৰ্ম্ম
এৰে যিটো অজ্ঞানী পৰম।
ধৰ্ম্ম ভ্ৰষ্ট পাপে সিটো পুনু পুনু উপজয়
সংসাৰে থাকয় নৰাধম ॥ ২০৩

ভক্তিবিবেক।

মন্বাদি বিহিত ধৰ্ম্ম মোহোৰেসে আজ্ঞা জানা
আক যিটো জনে নকৰয় ।
আজ্ঞা ছেদী মোৰ দ্ৰোহী মোত ভক্তি কৰিলেও
কদাচিতো সিটো মোৰ নয় ॥
এহি আজ্ঞা মনে ধৰি গৃহাশ্ৰমী ভক্ত সবো
বিহিত স্বধৰ্ম্ম আচৰয় ॥ ২০৪ ভক্তিবিবেক ।

এই নিত্য নৈমিত্তিক কৰ্ম্ম কেনে হব লাগে তাৰ উত্তৰত কৈছে ঃ—

নিত্য-নৈমিত্তিক কৰ্ম্মে যি দেৱ পূজয় তাক
হৰি ৰূপ মনত মানিব । ২০৬
ভক্তিবিবেক ।

সাত্বত তন্ত্ৰত কহে গৃহাশ্ৰমী
যিটো বিষ্ণু ভক্ত হয় ।
নিত্য নৈমিত্তক কৰ্ম্ম কৰিবেক
কৃষ্ণক কৰি আশ্ৰয় ॥
এহি শৰণত পৰম্পদ পাবে
গীতাত কৃষ্ণে কহন্ত ।
সবাৰে হৃদিত অন্তৰ্য্যামী ৰূপে
আছা দেৱ ভগবন্ত ॥ ২০৭
ভক্তিবিবেক ।

সেই বাবেই নিত্য কৰ্ম্মৰ ভিতৰৰা পঞ্চ দেৱতাৰ পূজা একমাত্ৰ নাৰায়ণৰ পূজাই। দেব দামোদৰ গুৰুৱে সেই বাবেই অবিৰক্ত আৰু গৃহী ভক্তৰ বাবে নিত্য-নৈমিত্তিক কৰ্ম্মৰ ব্যৱস্থা ৰাখিছিল আৰু সেই বাবেই ভট্টদেৱক :—

ভাগৱত ব্যাখ্যাত তুমি আপুনি কৰিবা।
লোকক হৰিৰ ভক্তি উপদেশ দিবা॥
ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰিবাবা।
আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা॥
একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।
তেবে একো উপচক্ৰে নপাইবেক লাগ॥

গুৰুলীলা।

বুলি উপদেশ দিছিল। দেব দামোদৰ গুৰুৱে আকৌ কৈছিল :—

বাহিৰত বেৰা দিয়া অন্তৰত
দেখিবা সকলো মিছা॥

ৰামৰায়।

গুৰুৰ এনেকুৱা আদেশ পাই আৰু গৃহীভক্তক টানি আজুৰি স্বধৰ্ম্মৰ পৰা নানি তেওঁলোকেও যাতে

কৰ্ম্মৰ মাজেৰে ঈশ্বৰত ভক্তি ৰাখি আৰু সৰ্ব্বকৰ্ম্ম "কৃষ্ণাৰ্পণমস্তু" বুলি ধীৰে ধীৰে মুক্তি পথৰ যাত্ৰী হিচাবে খোজ লব পাৰে তাৰ বাবে গুৰুৰ আদেশ মানি :—

জ্ঞান ধৰ্ম্ম ভক্তি কেৱলাৰ ভাগ
সোধন্ত যেহি যি মত।
সমস্ত সিদ্ধান্ত তান মুখে পান্ত
তৰিলা সবে জগত ॥
আপুনি সংযম নিয়ম আচৰি
ধৰ্ম্মৰ অঙ্গ নেৰন্ত।
সন্ধ্যা গায়ত্ৰীক ষড়ঙ্গন আদি
কুশক নিতে পিন্ধন্ত ॥
কৰ্ম্মৰ ভাগক লোকত দেখান্ত
আপুনিও আচৰিয়া।
বিমুখ বিপ্ৰক সমুখ কৰিলা
ভক্তি উপদেশ দিয়া ॥

গুৰুলীলা।

কেৱলীয়া হলেই সংসাৰ বিৰক্ত হৈ নিষ্কামী ভকতৰ শাৰীত একে লাফে উঠিব নোৱাৰে দেখিয়ে ভট্টদেৱে তেওঁৰ সত্ৰত কেৱলীয়া প্ৰথা তুলি দি সকলোকে

গৃহস্থী কৰাইছিল আৰু গৃহস্থী ধৰ্ম্মমত্ত থাকিও যি সকলে একান্ত ভকত হব পাৰিছিল তেওঁলোকক বেৰাৰ ভিতৰৰ সাৰ বস্তু বিলাই উৰ্দ্ধগামী কৰি নিছিল। ভট্টদেৱে গুৰু আজ্ঞা পালি "অন্তৰত এক ঈশ্বৰক দেখাইলেক নানা বাহিৰত।" আৰু তাতে অজ্ঞ সকলে ভিতৰ ঢুকিব নোৱাৰি বাহিৰৰ বাকলিকে সাৰ বস্তু বুলি বিবেচনা কৰিব ধৰিলে আৰু এনেকৈয়ে তাত কৰ্ম্ম কাণ্ডৰ ভাগ বাঢ়ি আহিল; কিন্তু মূলত হলে এক ঈশ্বৰহে।

ধৰ্ম্মগ্ৰাহী লোক সকলৰ আটায়ে নিস্বাৰ্থী, নিষ্কামী কেৱলীয়া নাছিল; সৰহ ভাগেই আছিল গৃহস্থী আৰু সংসাৰাশক্ত। ঈশ্বৰ মুক্তিদাতা আৰু আন দেৱ দেৱীৰ কোনোৱে পুত্ৰ-ভাৰ্য্যা কোনোৱে ধন-সম্পত্তি আদি দিব পাৰে বুলি মানুহৰ বিশ্বাস। সেইবাবেই লোকৰ কামনা বাসনা অনুসাৰে দেৱ দেৱীৰ পুজা ভাগ লোকত সোমাই পৰে। গীতাত আছে:—

কাঙ্ক্ষন্তঃ কৰ্ম্মণাং সিদ্ধিং যজন্ত ইহ দেৱতাঃ।
ক্ষিপ্ৰংহি মানুষে লোকে সিদ্ধিৰ্ভৱতি কৰ্ম্মজা॥

ইয়াৰ ব্যাখ্যাত ভট্টদেৱে কথা গীতাত লিখিছে:—

"যদি বোলা তোমাত বিষম আছে, যাতো এক

শৰণ পৰকেসে আপুনাৰ স্বৰূপক দিয়া সকামক নেদা তাক শুনা—যি জনে মোক সকামে বা নিষ্কামে ভজে, তাকো মঞি তেমনে তাৰ বাঞ্চিত ফলদানে অনুগ্ৰহ কৰো। সকাম সবে মোক এৰি ইন্দ্ৰাদিক ভজে বুলি তাৰাকো উপেক্ষা নকৰু। যাতো সকল লোক সকলো প্ৰকাৰে মোৰ অনুবৰ্ত্তী হেন বুলিবা। তাৰা মোক মোক্ষৰ অৰ্থে কিয় নভজে তাক শুনা, এই মনুষ্য লোকত শীঘ্ৰ কৰ্ম্মফল আশা কৰি ইন্দ্ৰাদি দেৱতাক ভজে। সাক্ষাৎ মোক নভজে, যাতো কৰ্ম্মৰ ফল শীঘ্ৰে হয়, জ্ঞানৰ ফল মোক্ষ শীঘ্ৰে নঘটে।"

ঈশ্বৰ সৰ্ব্ব ভূতাত্মা গতিকে "সৰ্ব্ব দেৱ নমস্কাৰং কেশবং প্ৰতি গচ্ছতি।" হিচাবে দেৱতা পূজাও ঈশ্বৰৰে পূজা। বেজবৰুৱাই তেখেতৰ "শঙ্কৰদেৱ"ত লিখিছে:—

"শঙ্কৰদেৱেও সামাজিক ৰীতি-নীতি ৰক্ষা কৰি চলিও তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম পালন কৰিবলৈ তেওঁৰ শিষ্য সকলক সুবিধা দিছিল। তেওঁ বুজিছিল যে তেওঁৰ শিষ্য সকল সমাজৰ প্ৰচলিত ৰীতি-নীতিৰ পৰা একেবাৰেই বিচ্ছিন্ন হলে সমাজৰ পৰা এৰাই পৰি দুৰ্ব্বল হব ; সেই দেখি যদিও তেওঁ প্ৰতিমা পূজা কৰা, তীৰ্থ কৰা, শ্ৰাদ্ধ কৰা আদি কাৰ্য্য অসাৰ বুলি বিবেচনা কৰিছিল,

তথাপি সেইবোৰ উপস্থিত সমাজ বান্ধনীৰ অঙ্গ প্ৰত্যঙ্গ দেখি তেওঁ একেবাৰেই দলিয়াই নেপেলাইছিল।"
দৈত্যাৰিৰ শঙ্কৰদেৱ চৰিত্ৰত আছে:—

গৃহাশ্ৰমে থাকি ধৰ্ম্ম আচৰন্ত
শাস্ত্ৰৰ যেন বিহিত।
স্নান তৰ্পণ সন্ধ্যা বন্দনা
আচৰন্ত কৰ্ম্ম নিত॥

বনগঞা গিৰিৰ শ্ৰীশ্ৰীহৰিদেৱ চৰিত্ৰত আছে:—

বুদ্ধি চিত্ত মন যদি থাকে হৰি পদে।
সেহিজনে কৃষ্ণ পদ পায় নিৰ্ব্বিবাদে॥
জীৱ শিৱ অভেদে দেখাইলা বিচাৰত।
বেদান্তৰ সাৰ বাণী কহিলা ভকত॥
কিন্তু কৃষ্ণ ভক্ত বাকী দেৱ গণে
নকৰিবা নিন্দাবাদ।
ভক্ত নিন্দা বাণী অপৰাধ জানি
নপাৱে কৃষ্ণে আহ্লাদ॥
আকাশৰ হন্তে যত জল পৰে
সমুদ্ৰে কৰে গমন।
অন্যান্য দেৱক সেৱা কৰিলেও

কেশৱে কৰে গমন।
কৃষ্ণই সৰ্জিত যত দেৱ চয়
যদি আমি নিন্দা কৰু।
কৃষ্ণে কৰা দ্ৰব্য নিন্দিয়া হাসিয়া
কি মতে সংসাৰ তৰু ॥

কৰ্ম্মাকাঙ্ক্ষী লোকে ধন পুত্ৰাদিৰ লালসাত যদিওবা দেৱ দেৱী পুজে তথাপি পশু বলি দিয়াটো বৈষ্ণৱৰ পক্ষে অবিধি। শাক্তৰ চণ্ডীৰ বৈকৃতিক ৰহস্যত লিখিছে :—

বলি মাংসাদি পূজয়ং বিপ্ৰবৰ্জ্জ্যামৱেৰিতা।
তেষাং কীল সুৰামাংসৈ নোক্তাপূজা নৃপ। কচিৎ ॥
প্ৰণামাচমনিয়ৈশ্চ চন্দনেন সুগন্ধিনা।
সকৰ্পুৰৈশ্চ তাম্বুলৈৰ্ভক্তিভাৱ সমন্বিতৈঃ ॥

তন্ত্ৰতো আছে :—
সাত্তিকৈৰ্গন্ধপুষ্পাদ্যৈঃ ৰজোবলিভিৰেৱচ
মদ্য মাংস পশুভিশ্চ তামসি পৰিকীৰ্ত্তিতা ॥
আৰাত্যাং পিশিতংৰক্তং সুৰাঞ্চাপি মহেশ্বৰি!
বৰ্ণাশ্ৰমোদিতং বিধিংত্যক্তা যচ্ছন্তি যে নৰাঃ।
ভূত প্ৰেত পিশাচাস্তে ভৱন্তি ব্ৰহ্মৰাক্ষসাঃ ॥

সেই কাৰণেই কোচ বেহাৰৰ ৰাজা লক্ষ্মীনাৰায়ণে যেতিয়া দুৰ্গাপূজা কৰিবলৈ পাঠা আদি বলি গোটাই দেৱ দামোদৰ গুৰুৰ আজ্ঞা লবলৈ পঠায় তেতিয়া তেওঁ ৰাজদূতক কৈছিল:—

শুনি প্ৰভু সন্ত  গুনিয়া বোলন্ত
  শুনা ৰাজদূত গণ।
বলি বুলি যত  পূজা উপচাৰ
  নৈবদ্য দ্ৰব্য শোভন॥
ধূপ দীপ গন্ধ  তাম্বুল চন্দন
  এহিসে দ্ৰব্য পূজাৰ।
যাতো আদ্য ভক্ত  শঙ্কৰ পাৰ্ব্বতী
  নকৰে পাঠা স্বীকাৰ॥

গুৰুলীলা।

ইয়াৰ পৰা বুজা যায় যে দেৱ দামোদৰ গুৰু পাত্ৰ বিশেষে পূজাৰ বিৰোধী নাছিল, আছিল কেৱল বৈষ্ণৱ হিচাবে বলিৰ হে বিৰোধী। কামৰূপাধিপতি পৰীক্ষিত নাৰায়ণৰ দূতক তেওঁ দৃঢ় ভাৱে—

মোৰ গল ওপৰ বলিৰ গল তল।
কাটা যদি আছয় তোহোৰ গায়ে বল॥

গুৰুলীলা।

বুলি উত্তৰ দিছিল। আৰু তেওঁৰ একমাত্ৰ লক্ষ্য মোক্ষ হোৱাই তেওঁ নিত্য-নৈমিত্তিক কৰ্ম্মৰ বাহিৰে আন দেৱ দেৱী পূজা নকৰিছিল, আৰু সেইবাবেই ৰাজদূতক—

ৰাজাৰ পাসক যাইবো নকৰিবো পূজা।
হৰি বিনে আছে আন কোন দশভুজা॥

গুৰুলীলা।

বুলি উত্তৰ দিছিল। আৰু তেওঁৰ মোক্ষকামী ভক্ত সকলকো:—

অন্য দেৱতাত সম্বন্ধ নকৰি
চিন্তিবা হৰি চৰণ।
সন্ত বিষয়ত উৎপাত দ্ৰোহ
নাচৰিবা একোজন॥
শ্ৰৱণ কীৰ্ত্তন স্মৰণ অৰ্চ্চন
বন্দনা পদ সেৱিবা।
নৱ বিধ ভক্তি যিমান পাৰাহা
সিমানকে আচৰিবা॥

গুৰুলীলা।

বুলি উপদেশ দিছিল। ভট্টদেৱে কথাগীতাৰ চতুৰ্দ্দশ অধ্যায়ৰ কথাৰ অন্তত লিখিছে:—

## দেৱ দামোদৰ গুৰু

ত্যক্ত্বান্যদেৱতা সেৱাং তদুপাসকসঙ্গতিম্ ।
ভক্তি কৃষ্ণপদে কৃত্বা গুণান্ জিত্বা ভবংতৰেৎ ॥

মুক্তিকামী বৈষ্ণৱৰ একমাত্ৰ ভজনীয় দেৱতা যে শ্ৰীকৃষ্ণদেৱ তাত কোনো সন্দেহ নাই। প্ৰকৃত ভক্তই বিষয়াসক্ত নহৈ মুক্তি প্ৰাৰ্থী হোৱাই উচিত, আৰু সেইবাবেই ভট্টদেৱ প্ৰভৃতি আচাৰ্য্যসকলে তেওঁলোকৰ পুথিত সেইদৰে লিখি গৈছে। বাহিৰৰ নানানক ভিতৰি কেৱল এক ভাবে দেখিব লাগে মাথোন। দেৱ-দেৱীৰতো কথাই নাই জীৱ মাত্ৰকে এক ঈশ্বৰৰ মুৰ্ত্তি বুলি ধৰিব জানিলেহে আৰু সকলোতে ঈশ্বৰ বিৰাজ কৰিছে বুলি অনুভূতি জন্মিলেহে সমভাৱৰ দ্বাৰা ভগবদ্ভক্তি আৰু মোক্ষ প্ৰাপ্তিৰ পথ সুগম হয়ঃ—

সবাকো হৰিৰ ৰূপ মনত মানিব যেবে
এক শৰণত তেবে ৰৈব ॥ নীলকণ্ঠ।

অসমৰ ভাগৱতী ধৰ্ম্মৰ দামোদৰীয়া সম্প্ৰদায়ৰো মুলমন্ত্ৰ বেদ বিহিত নিত্য-নৈমিত্তিক কৰ্ম্ম আৰু হৰি নাম কীৰ্ত্তনেই। সেই সম্পৰ্কেও দেৱ দামোদৰ গুৰুৰ উক্তি আৰু তেওঁৰ প্ৰিয় আৰু পণ্ডিত শিষ্য সকলৰ লিখিত পুথিৰ যুক্তিৰ পৰা কিছু কথা ইয়াত উদ্ধৃত কৰা

হল। যাৰ পৰা বুজিব পাৰা যায় যে পাচত কৰ্ম্ম কাণ্ড কিছু সোমালেও ই শ্ৰুতি আৰু স্মৃতিৰ সামাঞ্জস্য ৰক্ষী কেবল নাম ধৰ্ম্মই। বিজয় পুৰৰ ৰাজ সভাত দেৱ দামোদৰ গুৰুৱেই কৈছিল ঃ—

তীৰ্থক সেৱন দেৱী উপাসন
ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সমস্তে সিজয়
নালাগে একো উদ্যোগ ॥
তহিতে বহন্ত গঙ্গা যমুনাও
গোদাৱৰী সৰস্বতী।
আন তীৰ্থ যত আছে পৃথিৱীত
স্নানি পাৱে সদগতি ॥
অচ্যুতৰ যিটো উদাৰ চৰিত্ৰ
প্ৰসঙ্গ কৰে সতত।
তীৰ্থৰ সমান হোৱে সেহি স্থান
গীতা ভাগৱত মত ॥
এতেকেসে ৰাম কৃষ্ণ নাম বিনে
নাজানোহো আমি আন।
কৃষ্ণৰ নামত ধৰ্ম্ম কৰ্ম্ম যত
সবাৰো আশ্ৰয় স্থান ॥

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰে পূজা সম্প্ৰতি।
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে
নাহি নাহি আন গতি॥

গুৰুলীলা।

এই মত লৈয়ে বোধকৰো দেৱ দামোদৰ গুৰুৱে তীৰ্থ পৰ্য্যটনলৈ যোৱা নাছিল। ভট্টদেৱৰ ভক্তিবিবেকত আৰু আছে :—

মোৰ ভক্ত গণে যৈত হৰিক গাৱয়।
তথাত থাকোতো মই নাহিকে সংশয়॥
বুলিবা হৰিসে থাকা ভক্তৰ সঙ্গত।
কিন্তু সৰ্ব্বদেৱ থাকে শুনা সাৰতত্ত্ব॥ ৩২
শুকে বোলে জ্ঞানে বা অজ্ঞানে নাম লয়।
পাপ নাশে যেন অগ্নি কাষ্ঠক দহয়॥ ২২৪
যিটো হৰি নাম লয় সিজন প্ৰত্যেক।
তপ হোম বেদপাঠ সব কৰিলেক॥
যজ্ঞ তীৰ্থ দান সম নুহিকে নামৰ।
পৰমাৰ্থ ততোধিক শুনা আত পৰ॥ ২৫৮
সৰ্ব্ব যজ্ঞ সৰ্ব্ব তীৰ্থে যি পুণ্য হোৱয়।
তাতো কোটী গুণ ৰাম নামত লভয়॥ ২৬০

নামৰ কীৰ্ত্তন বিনে আন ধৰ্ম্ম
তাৰক নাই লোকৰ ।
ব্ৰহ্ম বৈৱৰ্ত্ততো কহে নাৰায়ণে
নামাশ্ৰয় কৰা নৰ ॥ ২৭৯

কিবা কাম বেদাগম শাস্ত্ৰ বিস্তৰন্ত ।
কিবা প্ৰয়োজন আছে বিস্তৰ শাস্ত্ৰত ॥ ২৮৮
চাবা যদি আপুনাৰ মুকুতি কাৰণ ।
গোবিন্দ গোবিন্দ মাত্ৰ বোলা সৰ্ব্বক্ষণ ॥ ২৮৯
আৰো কন্ত চাণ্ডালৰ জিহ্বাৰ অগ্ৰত ।
নাম থাকে সেই শ্ৰেষ্ঠ ইটো জগতত ॥
ভাগৱতে কহে মুক্ত মুমূক্ষ বিষয় ।
তিনিও বাঞ্চিত পায় নামৰ আশ্ৰয় ॥ ৩০৪
মুমূক্ষুৰো কীৰ্ত্তনেসে মোক্ষৰ সাধন ।
সকামীৰো কামনাৰ সাধন কীৰ্ত্তন ॥
মুক্তৰো মুক্তিৰ ফল কীৰ্ত্তনে পৰম ।
প্ৰমাণ নালাগে আত নিৰ্ণয় উত্তম ॥ ৩০৫

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰত পূজা ফল ।
কলিত হৰিৰ কীৰ্ত্তনে সবাৰো
পাৱয় ফল মঙ্গল ॥ ৩৪৪

গোপাল মিশ্রৰ ঘোষাৰত্নত আছে :—

বিষয় কথাক নুশুনয় কৃষ্ণ নাম মাত্র উচ্চাৰয়
কৰ্ণ ৰন্ধ্র ভৰি শুনে গোবিন্দৰ যশ
উত্তম ভজন তাক কৰে অহৰ্নিশে নাম মাত্র গাবে
উত্তম ভজনে হৰিক কৰয় বশ ॥ ১৩৪
সত্য যুগে ধ্যান কৰি ত্রেতাত যজিয়া হৰি
দ্বাপৰত পূজি ভগৱন্ত ।
ভকতে যি ফল পাবে কলিত কীৰ্ত্তন মাত্র
সেহি ফল ভকতে লভন্ত ॥ ২৫৭
চাণ্ডালো গৰীষ্ঠ হয় যাতো তজু নাম লয়
ৰাম কৃষ্ণ জিহ্বায়ে বোলয় ।
অগ্নি হোত্র তীৰ্থ স্নান তপ জপ যজ্ঞ দান
নাম লৈতে সমস্ত হোৱয় ॥ ২৬৯
দ্বিজ বাঢ় গুণে যুক্ত নাচৰে আপুনি হিত
কৃষ্ণ পাদ পদ্মত বিমুখ ।
তাতে কৰি ভক্তি যুক্ত চাণ্ডালকো শ্রেষ্ঠ মানো
যাতো জানিলেক ভক্তি সুখ ॥ ২৭০
বিষ্ণুৰ নামক যিটো গাবে পাপ সমুদ্রৰ পাৰ পাবে
অজামিলে ইটো প্রমাণ মহা বিদিত ॥ ২৩৯
সত্যে সত্যে পুনৰপি সত্য কৰি কহোঁ আমি
সত্য পূৰ্ব্ব ইটো বাক্য চয় ।

নামত বিনায়ে আন নাহিকে তাৰক মাত্ৰ
চাৰি বেদে ইহাক কহয় ॥ ২৮৮
কৃষ্ণক প্ৰণাম কৰি অহর্নিশে কৃষ্ণ স্মৰি
দেহ তেজি কৃষ্ণে প্ৰবেশয় ।
মন্ত্ৰ যুক্ত ঘৃত যেন মুনি সবে হোম কৰে
অগ্নিত প্ৰবেশ হুয়া ৰয় ॥ ৩২৬
ইটো ঘোৰ কলি যুগে আন ধৰ্ম্ম নাই ।
সৰ্ব্ব ধৰ্ম্মে থাকয় নামৰ মুখ চাই ॥ ৩৯৮
নাম বিনা আন মন্ত্ৰে তেজিয়া বিশ্বাস ।
কৃষ্ণ নাম জপি বৈকুণ্ঠত লৈয়ো বাস ॥ ৩৯৯
অগ্নি পুৰাণত কৃষ্ণ নাম কীৰ্ত্তনৰ ফল এহিমান
পৃথিবী তলত যতেক তীৰ্থ আছয় ।
কৃষ্ণ নাম কীৰ্ত্তনৰ তুল সমস্ত তীৰ্থ বো নাহি জল
এতেকেসে নাম শ্ৰেষ্ঠতম আতিশয় ॥ ৫৪৩

এক অৰ্থাৎ অনন্য শৰণ কি ? ভগৱানক সৰ্ব্বে সৰ্ব্বা ভাবি কায়মনোবাক্যে তেওঁতে আত্ম সমৰ্পণ কৰি ভক্তি সহকাৰে সৰ্ব্ব কৰ্ম্ম সৰ্ব্ব ধৰ্ম্মৰ মূলাধাৰ বুলি কৰা ধাৰণাকে এক শৰণ ধৰ্ম্ম বোলে । ইয়াত কৰ্ম্মফলৰ বাসনা নাথাকে । কৰ্ম্মক জ্ঞানাগ্নি দ্বাৰা ভস্ম কৰি ঐকান্তিক ভক্তি দ্বাৰা ভগৱানক মাত্ৰ ভজনা কৰাই ইয়াৰ মুখ্য উদ্দেশ্য । ঘোষাৰত্নত আছে ঃ—

সৰ্ব্ব কৰ্ম্ম পৰি হৰি    একান্ত বিশ্বাস কৰি
এক দেৱ মঞি মোক মানি।
আমাত শৰণ লৈয়ো    শোক মোহ দূৰে থৈয়ো
তযু পাপ কৰিবোহো হানি॥ ১৬১
শৰীৰৰ আশা কৰে দূৰ    নাম গায়া কৰে মন পূৰ
জগতৰ পতি ভগৱন্ত চক্ৰপাণি।
তাস্ত প্ৰেম ভক্তি ভৈলা যাৰ    উত্তম শৰণ কৰে তাক
উত্তম শৰণে সংসাৰক কৰে হানি॥ ১৩১

ভক্তিবিবেকত আছে ঃ—

কৃষ্ণে বোলে ধনঞ্জয় সখি এৰা শোক।
সৰ্ব্ব ধৰ্ম্ম এৰি মোত শৰণ লৈয়োক॥
ধৰ্ম্ম এৰিলাত হয় যত পাপ চয়।
মঞি সিটো তযু পাপ কৰিবোহো ক্ষয়॥ ১০৬
মোক সৰ্ব্ব কৰ্ত্তা ভাবি সখি তেজা শোক॥
একে ভগৱন্ত মাত্ৰ শৰণ লৈয়োক।
লৈয়ো বেদ পুৰাণত প্ৰমাণ প্ৰত্যেক॥ ১০৮
যদি অৱতাৰ ভেদে অনেক কহন্ত।
অদ্বিতীয় ব্ৰহ্ম তভো একে ভগৱন্ত।
আৰো বেদ মন্ত্ৰে কহে শুনা যত্ন কৰি।
সকল প্ৰাণীতে আছে একে দেৱ হৰি ১১০

ভগৱন্ত ভজিলে সমস্তে তুষ্ট হয়।
হৰি নভজিলে কাৰো তৃপ্তি নুপজয় ॥ ১১৪
জীৱ সবে ব্যাপি আছে ব্ৰহ্মাণ্ড গাছক।
জানিৱা ইহাৰ মূল চৈতন্য কৃষ্ণক ॥
এতেকে কৃষ্ণক মাত্ৰ যি জনে পূজয়।
তাত সৰ্ব্ব জীৱে আপুনাৰ পূজা হয় ॥ ৬৩৮

গুৰুগীতাত আছেঃ—

স্থূল সূক্ষ্ম দুইৰূপ কৃষ্ণৰ আছয়।
তাহাঙ্ক জানিলে এক শৰণ ঘটয় ॥

নিত্য-নৈমিত্তিক কাম বিষ্ণুত অৰ্পণ কৰি কৰোঁতে কৰোঁতে ভক্তৰ যেতিয়া ফলাকাঙ্ক্ষা দূৰ হয় আৰু ভক্তি অন্তৰ্ম্মুখী হৈ কেৱল কথা বা নামত মন প্ৰৱিষ্ট হব তেতিয়া আৰু কৰ্ম্মৰ প্ৰয়োজন নাথাকেঃ—

এহিমতে কৰ্ম্ম কৰে কথা শ্ৰদ্ধা নোহে যাৱে
যেৱে ভৈলা কৃষ্ণ কথা ৰত।
তেৱে নিত্য আদি কৰ্ম্ম এৰিয়া ভকত সবে
কৃষ্ণ কথা শুনন্ত সতত ২০৫

ঘোষাৰত্ন।

ভক্তই এনেকুৱা অৱস্থালৈ আহিলে অৰ্থাৎ গাখীৰৰ পৰা মাখন হৈ পানীত মিহলি নহৈ ভাহি থকা অৱস্থা পালে তেৱেঁই প্ৰকৃত ভগৱদ্ভক্ত আৰু তেনেকুৱা ভক্তৰ বেদ লঙ্ঘিবাৰ দোষ নাই। ভট্টদেৱৰ বিষ্ণু সহস্ৰ নামত আছে:—

যদি ধৰ্ম্ম অৰ্থ কাম আনমতে হয়।
মোক্ষ পুনু ভক্তি বিনে একোমতে নয়॥ ৩৯
ভক্তি বিনে কোনো ধৰ্ম্মে নসাধে মুকুতি।
ধৰ্ম্ম বিনে ভক্তি পুনু দেই মহাগতি॥ ৪০

প্ৰকৃত ভক্ত আৰু ভগৱন্তৰ ভিতৰত পাৰ্থক্য নাই। আগতে ঘোষাৰত্নৰ উদ্ধৃতি দি তাক দেখুৱাই অহা হৈছে। আমাৰ সৰ্ব্ব সাধাৰণৰ ভিতৰত এটা চলিত কথা আছে:—

ধুলাই লুতুৰ পুতুৰ হৰি ধুলাই লুতুৰ পুতুৰ।
ভকতৰ পাচে পাচে ফুৰে ঘুটুৰ ঘুটুৰ॥

ভট্টদেৱৰ ভক্তিবিবেকত আছে:—

ভক্তি মাত্ৰ কৰি মোক পাৱে জানা
যদি অন্ত্য জাতি হয়।

মোৰ ভক্তি তাকে পবিত্ৰ কৰয়
কহিলো মই নিশ্চয় ॥ ৪০২
ভক্তিমন্তে সুখে হৰিক পাৱয়
জ্ঞানী কৰ্ম্মী নপাৱয় ।
ভক্তি বিনে সবে সাধন বিফল
শুনিও আৰ নিৰ্ণয় ॥ ৪০৩

জীৱক কৃপায়ে হৰি ভক্ত ৰূপ ধৰি ।
ফুৰন্ত লোকক মহা অনুগ্ৰহ কৰি ॥ ৪৫১
শুদ্ধ মন সদাচাৰী জগতৰ হিত ।
হৰি গুণ শ্ৰৱণ কীৰ্ত্তন ব্যগ্ৰ চিত্ত ॥ ৪৬৭
উত্তম ভকত সিটো মোহোৰ সম্মত ।
জ্ঞানীতো কৰ্ম্মীতো কৰি উত্তম ভকত ॥
গীতাত কহন্ত কৃষ্ণে শুনা অভিপ্ৰায় ।
জ্ঞানী কৰ্ম্মী তপস্বিতো ভক্তে শ্ৰেষ্ঠ হয় ॥ ৪৬৮

প্ৰকৃত ভক্তৰ বিষয়ে ঘোষাৰত্নত আছে :—

ইহ পৰলোকে যত সুখ মায়াময় আৰ যত দেখ
দুখক নসঙ্গে ন ৰমে যিটো সুখত ।
যি হেতু হৰিত প্ৰীতি ভৈল সুখ দুখ তাৰ গৈল
উত্তম ভকতি ইহাক বোলে সতত ॥ ১৩৮

ভট্টদেৱৰ বিষ্ণু সহস্ৰ নামত আছে :—

হৰি ভক্তি নিষ্ঠ হুয়া মুক্তি নুখুজয়
হৰি বিনে আনত শৰণ নলৱয় ॥
হেনয় ভকতে সুখে লভে যিটো গতি ।
তাক নপাৱয় জ্ঞানী, কৰ্ম্মী ধৰ্ম্মী জাতি ॥ ৪৪

(১) দামোদৰীয়া সম্প্ৰদায়ৰ ভাগৱতী ধৰ্ম্মৰ মূল যে একাগ্ৰ ৰসময়ী ভক্তি তাক সম্প্ৰতি প্ৰকাশ পোৱা ভট্টদেৱৰ কথা ভক্তি ৰত্নাৱলী পুথিৰ পাতনিত ডঃ শ্ৰীভগৱান চন্দ্ৰ দেৱ গোস্বামী এম, এ, পি, এইচ, ডি দেৱে বিশদ ভাবে দেখুৱাইছে । তাৰ দুই চাৰি ফাঁকি কথা মাত্ৰ ইয়াত তুলি দিয়া হ'ল । সম্পূৰ্ণৰূপে জানিব খুজিলে উক্ত পুথিৰ বিস্তৃত পাতনি পঢ়ি চাব পাৰে । গোস্বামী দেৱে লিখিছে :—

"পুৰুষৰ নিষ্কাম ভক্তি আৰু পৰম পুৰুষাৰ্থ যে অভিন্ন তাক (কথা ভক্তি ৰত্নাৱলীত) এইদৰে দেখুৱাইছে— "সকল স্বধৰ্ম্ম ভক্তিৰ মুখ চায়া থাকে, আকে দেখান্ত । যান্ত হন্তে পুৰুষৰ সততে নিষ্কাম ভক্তি হয় । তাকে পৰম ধৰ্ম্ম বুলি ।" এই উদ্ধৃতিত নিষ্কাম ভক্তি আৰু পৰম ধৰ্ম্ম প্ৰণিধানযোগ্য । ইয়াত নিষ্কাম ভক্তি আৰু পৰম ধৰ্ম্ম বা পুৰুষাৰ্থ ( Summum bonum of life)

অভিন্ন বুলি কব পাৰি। অৰ্থাৎ যিয়েই নিষ্কাম ভক্তি সিয়েই পৰম ধৰ্ম্ম আৰু বিপৰীতে যিয়েই পৰম ধৰ্ম্ম সিয়েই নিষ্কাম ভক্তি। উপায় আৰু উদ্দেশ্য অবশেষত একত্ব প্ৰাপ্ত হয়। বিচাৰ আৰু বিবেচনাৰ দ্বাৰা ই বোধগম্য হব পাৰে। শ্ৰৱণ, মনন আৰু নিদিধ্যাসনৰ ( meditation ) দ্বাৰা এই একত্বৰ বোধ জন্মিব পাৰে। কিন্তু সাধাৰণ ভাবে উপায় আৰু উদ্দেশ্য এক হোৱাটো বিচাৰ বা যুক্তি সাপেক্ষে নহয়। ভক্তি ধৰ্ম্মৰ এইটোও এটি বৈশিষ্ট যে ইয়াত যুক্তিৰ বাবে যুক্তিৰ স্থান নিৰৰ্থক।+ + +এক আত্মাই এই তিনি স্তৰৰ মাজেৰে অতিক্ৰম কৰি স্বৰূপ লাভ কৰে। তেতিয়া এই ধৰ্ম্মী ব্যক্তিয়ে নিষ্কাম কৰ্ম্মী, নিষ্কাম জ্ঞানী আৰু নিষ্কাম ভক্ত হয় বা ভগৱৎ প্ৰেমী বা বিশ্ব প্ৰেমী হৈ পৰিপূৰ্ণ বা দিব্য জীৱন লাভ কৰে। এই অৰ্থতেই ভক্তি, ভক্ত আৰু ভগৱন্ত এক বুলি কথনীয় হয়।+ + + পুৰাণ শাস্ত্ৰৰ দ্বাৰা পূৰ্ণাঙ্গ লাভ কৰা ভক্তিৰ বীজ যিদৰে বেদ আৰু বেদেতৰ গ্ৰন্থ সমূহত বিচাৰি পোৱা যায়; সেই-দৰে ভক্তিৰ 'ৰস' ৰূপৰ সন্ধানো বেদ, উপনিষদ আৰু সূত্ৰবোৰৰ দ্বাৰা পাব পাৰি। বেদত 'সোমৰস পান' সম্বন্ধে ঋক্ বা মন্ত্ৰ পোৱা যায়। + + +সোম খণ্ডক আমি সাধাৰণ অৰ্থত কোনো মাদক দ্ৰব্য

জাতীয় বনৌষধি হিচাবে নধৰি ইয়াক এটি বাহ্য-প্ৰতীক হিচাবেহে ধৰিব পাৰো। সাধকৰ ই জীৱন ৰস। সাধনাৰ ফল স্বৰূপে সাধকৰ অন্তৰতে এই ৰস উৎপত্তি হয়। + + + সোমৰস পানৰে দ্বিতীয় পৰ্য্যায় প্ৰকাশ পায় উপনিষদৰ উক্তি "ৰসোবৈ সঃ" আৰু "স এব ৰসানাং ৰসতমঃ।" ইয়াৰ দ্বাৰা প্ৰকাশ কৰা হৈছে যে, পৰম ব্ৰহ্ম ৰস স্বৰূপ নাইবা আনন্দময় ৰস স্বৰূপ ব্ৰহ্মই আনন্দ আৰু ইয়াৰ প্ৰকৃত অনুভূতিয়েই প্ৰকৃত আনন্দ বা চিৰসুখ বা শাশ্বত সুখ। মানৱৰ এই আনন্দ প্ৰাপ্তিয়েই চৰম লক্ষ্য। × × × পুৰাণ শাস্ত্ৰৰ প্ৰতিপাদ্য বিষয় হৈছে ভক্তিৰস। এই ভক্তিৰস বেদোক্ত, উপনিষদোক্ত ৰসৰ লগতো কোনো পাৰ্থক্য নাই। ব্ৰহ্মানন্দ, বা ভগৱতানন্দ বা ভগৱৎ ৰসাস্বাদ এই ভক্তিৰসৰ মূল প্ৰতিপাদ্য বিষয়। গতিকে সোমৰস পানৰ তৃতীয় পৰ্য্যায় হল ভক্তিৰস পান। × × × বিষয়হীন ভাৱে চিত্তত বা অন্তঃকৰণত স্বৰূপানন্দ বা আত্মানন্দ বা আত্মজ্ঞান বা সচ্চিদানন্দানুভূতিয়েই শান্ত ৰস বা ৰসৰ লক্ষণ। সেইকাৰণে স্থায়ীভাৱে বৰ্ত্তমান সেই শান্ত ৰসৰেই পৰিণতি ভক্তি বা ভক্তিৰস। ভক্তিৰসৰ উদয় আৰু ইয়াৰ স্বৰূপ লাভৰ বাবে সাধনাৰ আৰম্ভণিতে ভগৱৎ সত্তাৰ সাকাৰ ৰূপকল্পনা স্বীকাৰ্য্য হয়। এই

সত্তাৰ বোধ নিৰাকাৰত হোৱাটো অযুক্তিকৰ আৰু ভ্ৰান্তিমূলক। সত্তাহীন কোনো ভাব হব নোৱাৰে, আকৌ কোনো ভাবহীন সত্তাও হব নোৱাৰে।××× গতিকে দেখা যায় যে, ভাগৱত শাস্ত্ৰৰ প্ৰতিপাদ্য যি সাকাৰী বা সগুণ ব্ৰহ্ম বা লীলা বিনোদী শ্ৰীকৃষ্ণৰ উপাসনা বা যি ভাগৱত ধৰ্ম্ম বা ভক্তি ধৰ্ম্ম, সি বৈদিক বা সনাতন ধৰ্ম্মৰ বাহিৰে আন একো হব নোৱাৰে। × × ×এই ভগৱৎ ধৰ্ম্মক ভয় বা অন্ধ বিশ্বাসৰ দ্বাৰা প্ৰৰোচিত অবুজন আৰু অবিবেচিত ব্যক্তিৰ দ্বাৰা প্ৰচাৰিত ধৰ্ম্ম বুলি নকৈ সুবিচাৰ, শ্ৰদ্ধা, প্ৰেম আৰু আনন্দানুভূতিৰ দ্বাৰা অনুপ্ৰাণিত ভক্ত হৃদয়ৰ স্বতঃস্ফুৰ্ত্তটানৰ মূৰ্ত্তৰূপ মানৱ ধৰ্ম্ম বুলি কোৱা উচিত। পণ্ডিতসকলে সেইকাৰণে "ধৰ্ম্মৰ চৰম কৃষ্ণোপাসনা" বুলি কৈছে। × × ×সকলো সাধন মাৰ্গৰে মুখ্য উদ্দেশ্য হৈছে ব্ৰহ্মানন্দ লাভ কৰা। এই আনন্দ লাভ অসমীয়া বৈষ্ণৱ সকলে 'ৰসময়ী ভকতি'ক উদ্দেশ্য কৰি প্ৰচাৰ কৰিছে। জীৱনমুক্ত কালতো ভগৱৎ ভক্তি ৰসাস্বাদনৰ যি পৰমানন্দ তাৰ সাধন মুক্ত জীৱৰ পৰম পুৰুষাৰ্থ বুলি নিৰ্ণয় কৰা হৈছে। × × × ভাৰতীয় সনাতন হিন্দু ধৰ্ম্মীয় বিভিন্ন সম্প্ৰদায় সমূহৰ সাধন পদ্ধতিতো ভক্তিৰ স্বৰূপ যে ৰস পান বা আনন্দ বা পৰম সুখ

লাভ, তাক নিঃসন্দেহে কব পাৰি। × × × ভক্ত সাধকে আধ্যাত্মিক তত্ত্বৰ জ্ঞান আৰু তাৰ ৰসাস্বাদনত তন্ময়তা লাভ হলেও সেই জ্ঞান আৰু ৰসানুভূতি মানৱ কল্যাণ আৰু বিশ্ব কল্যাণৰ বাবে প্ৰয়োগ কৰে। বেদোক্ত যাগ, যজ্ঞৰ বিনিযোগ সৰ্ব্ব সাধাৰণ মানৱৰ প্ৰতি বিধান কৰে। এই কৰ্ম্ম বিধানৰ দ্বাৰা মানৱ জীৱনৰ মৌলিক স্তৰবোৰৰ বিকাশ সাধিত হয় আৰু কৰ্ম্ম যথাযোগ্য পালনৰ পৰা তত্ত্বৰ সম্যকজ্ঞান লাভ হৈ জীৱনৰ পূৰ্ণত্ব লাভ আৰু দিব্যত্ব প্ৰাপ্তিৰ বাটত যথোপযুক্ত সমল যোগায়। ভক্তি ধৰ্ম্মই দুঃখবাদ আৰু কৰ্ম্মত্যাগ নুবুজায়। × × × শুদ্ধ ভক্তিৰ স্ফুৰণ মুক্তাবস্থা আৰু শুদ্ধাবস্থা নহলে নহয়। সেইকাৰণে শুদ্ধভক্তি লাভ হবলৈ শুদ্ধ ভাবনা হব লাগে। শুদ্ধ ভাবনাৰ উদয় সংস্কাৰ সাপেক্ষ। ভট্টদেৱে 'কথাভক্তি ৰত্নাৱলী'ত অজামিল উপাখ্যান বৰ্ণনাৰ দ্বাৰা স্পষ্ট কৰা দেখা গৈছে—শ্ৰীমদ্ভগৱত গীতাতো শ্ৰীকৃষ্ণই অৰ্জ্জুনক সংস্কাৰ সাপেক্ষ, কৰ্ম্মযোগ, জ্ঞানযোগ আৰু অৱশেষত ভক্তিযোগৰ নিৰ্দ্দেশ দি যুদ্ধত প্ৰবৃত্ত কৰাইছে। × × মুক্ত জীৱন, পূৰ্ণ জীৱন আৰু আনন্দৰ জীৱন লাভ কৰিব লাগিলে প্ৰত্যেক সাধাৰণ ব্যক্তিৰে অন্তঃকৰণত কৰ্ম্মৰ স্পৃহা, যথাৰ্থ আৰু তাত্ত্বিক জ্ঞানৰ হেপাহ আৰু

ইয়াৰ দ্বাৰা মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্ত শুদ্ধিৰ দ্বাৰা দিব্য জীৱন যাপনৰ প্ৰবল ইচ্ছাৰ উদ্ৰেক কৰাটো প্ৰত্যেক ভক্ত সাধকৰে সিদ্ধি লাভৰ পাছত কৰণীয় কাৰ্য্য হিচাবে বিবেচিত হোৱা দেখা যায়। মানৱ কল্যাণ, সমাজ সংৰক্ষণ আৰু দিব্য জীৱন পালনৰ বাবে ভক্ত সাধকে বৈদিক, তান্ত্ৰিক আৰু মিশ্ৰ ভক্তিক জীৱন যজ্ঞ হিচাবে লয়। এই জীৱন ব্ৰত পালনৰ দ্বাৰা স্বৰূপানন্দ লাভ কৰে। × × ×ভক্ত সাধকৰ ক্ষেত্ৰত জ্ঞানে কোনো জটিলতা আনিব নোৱাৰে। কৰ্ম্ম আৰু জ্ঞানে ভক্তিৰ পূৰক ভাবে থাকি ভক্তিয়ে সাধকৰ অন্তঃকৰণত সেই মহান সত্তাৰ উপলব্ধি কৰায়। এই উপলব্ধিৰ দ্বাৰা সাধকে জীৱন পৰিপূৰ্ণ হোৱা স্পষ্টভাবে বোধ কৰে। এই আত্মতৃপ্তি বা আত্ম পৰিপূৰ্ণতাই আত্মানন্দৰ সাৰ মৰ্ম্ম। যেতিয়া আনন্দৰ দ্বাৰা পৰিপূৰ্ণ জীৱন উপলব্ধি কৰা হয় তেতিয়া এই আনন্দই সেই মহান সত্তাৰ প্ৰতি প্ৰেমত পৰিণত হয়। এই অৱস্থাত আনন্দ আৰু প্ৰেমৰ বিভেদ নেথাকে। স্বৰূপানন্দই স্বৰূপ প্ৰেম হয় আৰু স্বৰূপ প্ৰেমেই স্বৰূপানন্দত পৰিণত হয়। এই অৱস্থা প্ৰাপ্ত ভক্ত সাধকৰ আত্মা ভক্তিৰ আবেগৰ দ্বাৰা প্ৰভাবান্বিত হলেও তেওঁৰ আত্মা তীব্ৰ ভক্তিযোগ বা গভীৰ ভগৱৎ প্ৰেমানন্দৰ ( শ্ৰীশ্ৰীদামোদৰ

দেৱৰ বাণীত 'একাগ্ৰ ভক্তি') দ্বাৰা পৰিপুৰ্ণ হৈ ভক্তৰ ভগৱৎ প্ৰেমানন্দৰ স্বসংস্ফূৰ্ত্ত জ্ঞান অতি ব্যাপক হয়। যেতিয়া ভক্তৰ অন্তৰাত্মা সেই বিশ্বাত্মাৰ দ্বাৰা পূৰ্ণ হয় তেতিয়া আত্ম নিৰীক্ষণৰ প্ৰত্যেক ক্ৰিয়াই পূৰ্ণ জীৱনৰ পূৰ্ণ গৌৰৱ ভক্ত সাধকৰ চিত্তত প্ৰকাশ পায়।××× ব্যভীচাৰ ৰহিত ভগৱৎ ভক্তি লাভ কৰিব লাগিলে ভক্ত সকল সমদৰ্শী হব লাগে। আন দেৱসৱক নিন্দা কৰিব নেলাগে। বিধি পূৰ্ব্বক ভগৱৎ নাম গ্ৰহণাদি দ্বাৰা ভগৱৎ ভক্তি যোগ হয় আৰু ইয়াকেই পুৰুষৰ পৰম ধৰ্ম্ম বুলি কোৱা হৈছে।"

দেৱ দামোদৰ গুৰুৱে প্ৰচাৰিত ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম দামোদৰীয়া সম্প্ৰদায়ৰ আন এটা মুখ্য ভাগ হৈছে সাধু সঙ্গ। তেওঁৰ স্থাপিত সত্ৰত ভক্ত সাধু সকলে অহৰ্নিশে দ্বাদশ প্ৰসঙ্গৰ দ্বাৰা কেৱল ভাগৱত চৰ্চ্চা কৰে আৰু সকামী সকলোকো তদ্বাৰা ভগৱৎ মুখী কৰি পোৰা সোণৰ দৰে উজ্জ্বল কৰি তোলে। এই কাৰণেই এনেকুৱা সত্ৰবোৰক সৎসঙ্গী সত্ৰ বোলে। সৎসঙ্গৰ দ্বাৰা ভক্তসকলে বাহিৰ পাহৰি অন্তৰ্ম্মুখী হয়। এই সম্প্ৰদায়ৰ শৰণীয়া আৰু ভজনীয়া দুজন গুৰু নাথাকে। এজনেই সকলো উপদেশ দিয়ে। সেয়েহে দেৱ দামোদৰ গুৰুৱে উপযুক্ত পণ্ডিত, ভক্ত আৰু বৈষ্ণৱ গুৰু বাচি

ধৰ্ম্ম প্ৰবৰ্ত্তাব আৰু সত্ৰ চলাব দিছিল। তেওঁ সদায় মনত ৰাখিছিল ঃ—

ক্ষণমিহ সজ্জন সঙ্গতিৰেকা
ভবতি ভবাৰ্ণবে তৰণি নৌকা ॥

শঙ্কৰাচাৰ্য্য।

নীলকণ্ঠৰ চৰিত্ৰত লিখিছে ঃ—

সৎসঙ্গ ঘটিলে হয় শৰণ সাক্ষাত।

ভক্তিবিবেকত আছে ঃ—

সাধুসঙ্গে মনুষ্যৰ দেই সিদ্ধিচয়।
এতেকে সন্তক সবে আদি মানিবন্ত।
সন্তে জ্ঞান চক্ষু দেন্ত ভাগৱতে কন্ত ॥ ৪৫৪
সূৰ্য্যপুনু বাহিৰৰ বস্তু প্ৰকাশয়।
সন্ত সূৰ্য্যে অজ্ঞান আন্ধাৰ গুচাৱয় ॥ ৪৫৫

ঘোষাৰত্নত আছে ঃ—

সন্ত সঙ্গে জানা মোৰ সঙ্গ যিহেতু কৰয় ভয় ভঙ্গ
সন্তৰ আমাৰ তিলেক নাহি অন্তৰ।
সন্তৰ বিশ্বাসে মোক পাৱে মোক পায়া সন্ত সঙ্গে ধাৱে
একেবস্তু দুয়ো জানা সখি দৃঢ়তৰ ॥ ১৯২

সাধুসঙ্গ বিষয়ে ১৮৯০ শকৰ বৈহাগ সংখ্যা হিন্দু বিশ্বত লিখিছে :—

"The companionship of the holy and the wise is one of the main elements of spiritual progress.

Many worms fall themselves in the fire kindled by some one else who has taken the trouble of collecting the firewood and other necessary things ; similarly, many fix thier mind on the Lord by associating with, and following the instruction of holy men who have come to know the Lord after a good deal of penance.

Even moist wood placed upon a fire soon become dry and finally begins to burn. Similarly the society of the pious drives away the moisture of greed and lust from the hearts of the wordly persons, and then the fire of viveka (descrimination) burns steadily in them.

দামোদৰীয়া বৈষ্ণৱ সম্প্ৰদায়ে বিষ্ণু মূৰ্ত্তি পুজে আৰু মানে। স্বয়ং দেব দামোদৰ গুৰুৱেও তেওঁৰ স্থাপিত পাটবাউসী সত্ৰত বাসুদেৱ মূৰ্ত্তি আৰু শালগ্ৰামৰ নিত্য পূজা কৰিছিল আৰু ওৰেষাৰ পৰা প্ৰাপ্ত সেই বাসুদেৱ মূৰ্ত্তিকেই তেওঁৰ একমাত্ৰ পূজনীয় গুৰু বুলি তেওঁৰ অন্যতম অন্তৰঙ্গ শিষ্য বংশী গোপালদেৱৰ আগত কৈছিল। এই বাসুদেৱ বিগ্ৰহ অদ্যাপি পাটবাউসী সত্ৰত আছে।

আমি আগতে তিনি শ্ৰেণী ভক্তৰ কথা কৈ আহিছোঁ। শঙ্কৰদেৱেও ভক্তৰ তেনে স্তৰ কৰি নিমি নৱ সিদ্ধত লিখিছে:—

নুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক॥
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈয়াছে তেওঁ ভক্তিৰ পথত॥
অনুক্ৰমে উত্তম হৈবেক সেহিজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন॥

গোপাল মিশ্ৰৰ ঘোষাৰত্নতো একে কথাকে পোৱা যায়:—

প্ৰতিমাক থাপি যিটো জন কৃষ্ণ বুদ্ধি সেৱে অনুক্ষণ
ভকতক সিটো মানিবাক নপাৰয় ।
আনত নাহিকে হৰি বুদ্ধি নতু হোৱে তাৰ চিত্ত শুদ্ধি
প্ৰাকৃত ভজন তাহাক জানা নিশ্চয় ॥ ১৩২

বেজবৰুৱাই তেওঁৰ "শঙ্কৰদেৱ"ত লিখিছে :—"প্ৰতিমা পূজাতো যদিব তেওঁ (শঙ্কৰদেৱে) বিশ্বাস নকৰিছিল, তথাপি দেশীয় ৰজাৰ ক্ৰোধ উদ্ৰেক, আৰু বন্ধু-বান্ধৱ জ্ঞাতি-কুটুম্ব সকলৰ আৰু ব্ৰাহ্মণ সকলোকে আদি কৰি সৰ্ব্ব সাধাৰণৰ বিদ্বেষ বহ্নি উদ্ৰেক নকৰিবলৈ জগন্নাথৰ মূৰ্ত্তি, আৰু তেওঁৰ আন সত্ৰবোৰতো কৃষ্ণৰ আন আন মূৰ্ত্তি আন্তৰিক অনিচ্ছা স্বত্বেও স্থাপনা কৰি ৰখা হৈছিল । শঙ্কৰদেৱে জানিছিল যে দেশীয় ৰজাৰ আৰু লোকৰ বিদ্বেষ অনল প্ৰজ্জ্বলিত কৰিলে আৰু দেশ কাল পাত্ৰ বুজি নচলিলে আচল উদ্দেশ্য ঈশ্বৰৰ উপাসনা আৰু ভক্তিমূলক বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰত ভয়ানক ব্যাঘাত ঘটিব । সেই দেখি নৰনাৰায়ণ ৰজাৰ সভাত ব্ৰাহ্মণ সকলে গঙ্গা, তুলসী ইত্যাদি তেওঁ নামানে বুলি তেওঁৰ ওপৰত অভিযোগ উপস্থিত কৰিলত তেওঁ নিজৰ মুৰৰ শিখাৰ ভিতৰৰ পৰা তুলসীৰ নিৰ্ম্মালি উলিয়াই দেখুৱাইছিল আৰু তেওঁ তুৰাৰো গঙ্গাস্নান

কৰিবলৈ যোবাৰ কথা কৈ তেওঁলোকৰ কথাৰ খণ্ডন কৰিছিল।”

ইয়াৰ পৰাই জানিব পাৰি যে শঙ্কৰদেৱে জীৱিত কালত নিজে বৈদিক ক্রিয়া আৰু নিত্য-নৈমিত্তিক কৰ্ম্ম আচৰণ কৰিছিল আৰু মূৰ্ত্তিও দলিয়াই পেলোৱা নাছিল। নহলে আজি বৰপেটা হেন প্রধান মহাপুৰুষীয়া থানত শ্যামৰায় বা কলীয়া ঠাকুৰ আৰু বাসুদেৱৰ মূৰ্ত্তি নেদেখিলো হেতেন। এক ঈশ্বৰে যে মূৰ্ত্তি সকলো তাক কোনেও নুই কৰিব নোৱাৰে। “অন্তৰত এক ঈশ্বৰক, বাহিৰত নানা দেখিয়োক” আদি কথাই তাৰ প্রমাণ। প্রতিমাত দেৱতা বুদ্ধি কৰাৰ বিপক্ষে মত থাকিলেও সাকাৰ উপাসনা আৰম্ভ নকৰিলে নিৰাকাৰ ধাৰণা কৰিব নোৱাৰি। সেইবাবেই মহাপুৰুষীয়া সম্প্রদায়ৰো ডাঙৰ সত্ৰ প্রায় বোৰতে গুৰু আসনত থাপনাৰ পুথি আৰু মণিকূটৰ ভঁাজ ঘৰৰ আসনত শ্রীকৃষ্ণৰ যি কোনো মুৰ্ত্তি থাকে; আৰু সেই মুৰ্ত্তিকে দোলৰ সময়ত দোললৈ নিয়া হয়।

ব্রহ্ম নিত্য আৰু চক্ষু কর্ণাদি ইন্দ্রিয়ৰ বহিৰ্ভূত। একাদশ ইন্দ্রিয়ৰ কাৰো দ্বাৰাই তাক উপলব্ধি কৰিব নোৱাৰি। ভক্ত ভগৱানৰ একত্ব জ্ঞান হলেহে অর্থাৎ “সোঽহং” ভাবৰ দ্বাৰাহে তাক উপলব্ধি কৰিব পাৰে;

কিন্তু তেনে ভক্তইবা সংসাৰত কেইজন? ব্ৰহ্ম সৰ্ব্ব-ব্যাপী কাৰণেই ভক্ত প্ৰহ্লাদে দেখুবা স্তম্ভতো ঈশ্বৰৰ সত্তা উপলব্ধি হৈছিল। নাম যে অমূৰ্ত্ত সিও নহয়, কাৰণ নাম লওঁতেও তাৰ আকৃতি এটা অঙ্কিত হয়, যদিও এই আকৃতি অঙ্কিত হয় কেৱল মননৰ দ্বাৰা অন্য বাহ্যেন্দ্ৰিয়েৰে নহয়।

নিৰাকাৰ ব্ৰহ্ম কেৱল যে কৰ্ম্মেন্দ্ৰিয়ৰ হে অতীত তেনে নহয়, জ্ঞানেন্দ্ৰিয়ৰো অতীত ঃ—

যন্মনসা ন মনুতে যেনাহুৰ্ম্মনোমতম্
তদেব ব্ৰহ্মত্বং বিদ্ধি নেদং যদিদমুপাসতে।
কেনোপনিষদ্।

অৰ্থাৎ মনেৰে যাক চিন্তা কৰিব নোৱাৰি কিন্তু যাৰ দ্বাৰা মন অধিকৃত তাকেই নিৰ্গুণ ব্ৰহ্ম বুলি জানিবা। মানুহে ইন্দ্ৰিয়াদি গ্ৰাহ্য যি উপাসনা কৰে সি ব্ৰহ্ম নহয়। এইখিনিৰ অৰ্থ শ্ৰীমৎপৰমহংস শ্ৰীকৃষ্ণা-নন্দ স্বামী মহোদয়ে তেখেতৰ "শ্ৰীকৃষ্ণপুষ্পাঞ্জলি" নামে গ্ৰন্থত এইদৰে দিছে ঃ— "নেদং যদিদমুপাসতে—ইহা (নিৰ্গুণ) ব্ৰহ্ম নহে যাহাকে লোকে উপাসনা কৰে। অৰ্থাৎ নিৰ্গুণ ব্ৰহ্ম উপাসনাৰ বিষয়ীভূত নহেন। তিনি অনিৰ্ব্বচনীয়। মনো বুদ্ধিৰ অগোচৰ এবং ইন্দ্ৰিয় গণেৰ

বহিৰ্ভূত। হস্তপদাদি বিশিষ্ট জড় পিণ্ডই কেবল প্রতিমা নহে। মনোবুদ্ধিগম্য জ্ঞানেরও ইন্দ্রিয়াদির বিষয়ীভূত রূপ, নাম বা ভাব যাহারই তুমি উপাসনা কর তাহাই প্রতিমা। এই প্রতিমা পূজা অনাদি কাল হইতে জগতে প্রচলিত।"

তেনেহলে শিলাই হক, কাঠ, পিতল বা মাটিয়েই হক, নাইবা কেৱল নামেই হক সকলো প্রতিমা; আৰু মনো গ্রাহ্য প্রতিমাত যেনেকৈ দোষ হব নোৱাৰে তেনেকৈ বহিৰিন্দ্রিয় গ্রাহ্য প্রতিমা পূজাও দোষাবহ নহয়। কেৱল থাকিব লাগে একাগ্র ভক্তি।

শঙ্কৰদেৱে জীৱিত কালত নানা ঠাইত যিবোৰ মূৰ্ত্তি পাইছিল সেইবোৰ দলিয়াই নেপেলাই থানে থানে প্রতিষ্ঠা কৰি ৰাখিছিল আৰু সেইবোৰ অদ্যাপি বৰ্ত্তমান আছে। তাৰ বাহিৰে কেৰোলা বাঢ়ৈৰ দ্বাৰা কাঠৰ মূৰ্ত্তি সজাই তাক শাস্ত্রৰ ৰীতিমতে প্রতিষ্ঠা কৰিছিল। পাচৰ কালৰ ভকত সকলে ইয়াৰ আন অৰ্থ উলিয়াৰ বিচাৰে যদিও ই আছিল শঙ্কৰদেৱৰ নিজ ইচ্ছাৰ কাম।

দামোদৰীয়া সম্প্রদায়ে সাধাৰণতঃ সাকাৰ ব্ৰহ্মকে উপাসনা কৰে। শঙ্কৰদেৱেও ব্ৰহ্ম সাকাৰ বুলিয়ে কীৰ্ত্তনৰ আৰম্ভণি পদতে নিৰূপণ কৰি গৈছে ঃ—

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥
তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত॥

ইয়াত নাভি কমলৰ উল্লেখেই ব্ৰহ্মাৰ সাকাৰত্ব প্ৰমাণ কৰে।

ঈশ্বৰ সাকাৰ এই বিষয়ে ভট্টদেৱে তেওঁৰ ৰচিত ভক্তিবিবেকত পূৰ্ণ এটা অধ্যায় আলোচনা কৰি দেখুৱাইছে ঃ—

কুতৰ্কী পণ্ডিত সবে কহে মহা দম্ভ কৰি
মূৰ্ত্তিমন্ত নোহন্ত ঈশ্বৰ।
দৃশ্য বা অদৃশ্য ৰূপ নাহি কয় ঈশ্বৰৰ
মাত্ৰ নিৰাকাৰ ব্ৰহ্মময়॥
এতেকেসে তাসম্বাৰ মতক খণ্ডাবে লাগি
নানা গ্ৰন্থ হন্তে শ্লোক চয়॥ ৭৫১
বিচাৰি উদ্ধাৰি আনি ঈশ্বৰ সাকাৰ আক
দেখাইলুহু প্ৰমাণ ইহাত।
সাক্ষাততে মূৰ্ত্তিমন্ত ঈশ্বৰক দেখি সন্ত
বসুদেৱে স্তুতি কৰিলন্ত।

এতেকে প্ৰমাণ হৰি নিৰাকাৰ নুহিকন্ত
মূৰ্ত্তিময় প্ৰভু ভগৱন্ত ॥ ৭৫৩
আঠ খান হাতে প্ৰভু আঠ বিধ অস্ত্ৰ ধৰি
অসুৰক বিনাশিলা ৰণে ।
ইন্দ্ৰ বাক্যে কহে দেখা মূৰ্ত্তিমন্ত ভগৱন্ত
নাই তাত তিলেক সংশয় ।
নিৰাকাৰ যিটো হয় তাৰ কি থাকয় হস্ত
কেনমতে অস্ত্ৰক ধৰয় ॥
সেহি ব্ৰহ্ম সংহিতাত পুনৰপি কহিচন্ত
আৰ অঙ্গ প্ৰত্যঙ্গাদি যত ।
সকল ইন্দ্ৰিয় বৃত্তি যুক্ত হই ৰহিছন্ত
কিন্তু সবে প্ৰাকৃত ৰহিত ॥ ৭৫৯

পুনৰপি আছে হেন শ্ৰুতিৰ বচন ।
বৃহতৰো বৃহত যে ব্ৰহ্ম সনাতন ॥ ৭৬৫
সেহি ভগৱন্তৰ যে নাসিকাৰ হন্তে ।
বাজ ভৈলা চাৰি বেদ নিশ্বাস কাঢ়ন্তে ॥
মূৰ্ত্তি অভাৱতো নতো নিশ্বাস কাঢ়য় ।
এতেকে সাকাৰ হৰি ই কথা নিশ্চয় ॥ ৭৬৬
অপাণিপাদ বুলি শ্ৰুতি বাক্য পাই ।
জানিবাহা ঈশ্বৰৰ হাত ভৰি নাই ॥

এতেকতে নিৰাকাৰ ঈশ্বৰ হোৱন্ত।
এহি বুলি কতো কতো পণ্ডিতে কহন্ত ॥ ৭৬৭
তাহাৰ মীমাংসা কহু শুনা বুধচয়।
এক শ্ৰুতি বাক্য ভিন্ন অৰ্থ নতো হয় ॥
এক অৰ্থ কৰি হোৱে অৰ্থ এই মত।
ঈশ্বৰৰ হাত ভৰি প্ৰাকৃত ৰহিত ॥ ৭৬৮
প্ৰাকৃত নশ্বৰ দেহ সকলো প্ৰাণীৰ।
সচ্চিদ আনন্দ অপ্ৰাকৃত ঈশ্বৰৰ ॥ ৭৬৯
সকলো প্ৰাণীৰ প্ৰাণ দেৱ ভগৱন্ত।
আপুনি চিন্ময় তেহো অনাদি অনন্ত ॥
যত ইন্দ্ৰিগণ তাৰ অপ্ৰাকৃত জানি।
আছয় শ্ৰুতিৰ অপাণিপাদ বাণী ৭৭০
এতেকে সাকাৰ মূৰ্ত্তিমন্ত ভগৱন্ত।
নাহিকে সংশয় ইটো শাস্ত্ৰৰ সিদ্ধান্ত ॥
পুৰুষাৰ্থ স্বৰূপ কেৱল হৰি ভক্তি।
পূৰ্ব্বত কহিছো তাক শাস্ত্ৰৰ যুগুতি ॥ ৭৭১

ওপৰত উল্লেখ কৰি অহা কথাৰ পৰাই দেৱ দামোদৰ গুৰুৰ প্ৰচাৰিত দামোদৰীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ ধৰ্ম্মমত সহজে বুজিব পৰা যায়। সেইবোৰ সংক্ষেপতে হৈছে :—

# দেব দামোদৰ গুৰু

১। দামোদৰীয়া সম্প্ৰদায় নিৰ্ম্মল ভাগৱতী বৈষ্ণৱ ধৰ্ম্মাৱলম্বী। ই ব্ৰহ্ম সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত। বৈদিক আচাৰ কৰ্ম্ম আৰু নাম ধৰ্ম্ম উভয়কে এই সম্প্ৰদায়ে মানি চলে।

২। এই সম্প্ৰদায়ৰ উপাস্য দেৱতা বাসুদেৱ বা বিষ্ণু, কৃষ্ণ, গোবিন্দ, গোপাল, হৃষিকেশ আদি বিভিন্ন নামেৰে উপাসনা কৰা হয় আৰু যাক পূৰ্ণ অৱতাৰ বুলি ধৰা হয়। শ্ৰীকৃষ্ণক পূৰ্ণ অৱতাৰ বুলি প্ৰতিপন্ন কৰাৰ বাবে দেৱ দামোদৰ গুৰুৱে তেওঁৰ প্ৰিয় আৰু পণ্ডিত ভক্ত শিষ্য ভট্টদেৱৰ দ্বাৰা যদুমণি চক্ৰৱৰ্ত্তীয়ে শ্ৰীকৃষ্ণক কলা অৱতাৰ বোলা মত খণ্ডাবলৈ 'শ্ৰীকৃষ্ণ ভাৰতী' ছদ্ম নামত ভক্তিসাৰ পুথি ৰচনা কৰাইছিল।

৩। ভগৱান সচ্চিদানন্দ কিন্তু সমূৰ্ত্ত।

৪। ইয়াৰ উপাসনাৰ বিষয় হৈছে নব বিধ ভক্তি :—

শ্ৰৱণ কীৰ্ত্তন আৰু স্মৰণ অৰ্চ্চন।
বন্দন সখিত্ব দাস্য সৰ্ব্ব সমৰ্পণ॥
স্বভাৱক নিৰূপণ দেহা নিবেদন।
এহি নব বিধ ভক্তি কৃষ্ণত ভজন॥

নীলকণ্ঠ।

৫। এই সম্প্ৰদায় সাত্ত্বিক দেৱ-দেৱী পূজাৰ বিৰোধী নহয়; যেহেতু দেৱতা সকল ঈশ্বৰৰ অংশ।

৬। ইয়াত ভক্তি, ভক্ত আৰু ভগৱন্ত—তিনিও এক।

৭। গুৰুত ঈশ্বৰ বুদ্ধি :—

গুৰু হৰি বস্তু দুই। বিচাৰত ভিন্ন নুই॥
একে বস্তু বুলি ধৰা। অভেদ ভকতি কৰা॥ ৭৪১
ঘোষাৰত্ন।

৮। বেদ বিহিত পূজাদি আৰু নাম ধৰ্ম্মই আচল বস্তু। নাম কীৰ্ত্তনৰ দ্বাৰাই ঈশ্বৰৰ সান্নিধ্য লাভ ঘটে যেহেতু ভগৱন্ত ভক্তৰ বশ্য।

৯। নামধৰ্ম্মৰ দ্বাৰা একাগ্ৰ ভক্তি লাভ কৰিবলৈ হলে সংসাৰত বিৰক্তি নোপজালৈ কৰ্ম্মৰ মাজেৰে সৰ্ব্ব কৰ্ম্ম আৰু যাবদীয় সংসাৰৰ লভ্য বস্তু (ধন-ৰত্ন, পুত্ৰ-পৰিবাৰ আদি) ভগৱানত অৰ্পণ কৰি কেৱলা ভক্তিৰ দ্বাৰা—শাস্ত্ৰজ্ঞ, ভক্ত আৰু বৈষ্ণৱ গুৰুক কাণ্ডাৰী স্বৰূপে লৈ—ভগৱানৰ লগত "সোঽহং" ভাব লাভ কৰি, মুক্তিকো নিবিচাৰি কেৱল ভগৱানত আত্ম সমৰ্পণ আৰু নামত তৃপ্তি হব লাগে। নাম সিদ্ধ হলেই ভগৱৎ প্ৰাপ্তি ঘটে। তেতিয়া নাম ললেই স্বয়ং হৰি উপস্থিত হৈ ভক্তক ৰক্ষা কৰে, যেনেকৈ গজেন্দ্ৰক ৰক্ষা কৰিছিল :—

মন বশ্য কৰি যিটো নামক জপয় ।
নাম সিদ্ধ ভৈলে সিটো কৃষ্ণক পাৱয় ॥
যেন কোনো পুৰুষক ডাকে কোনো প্ৰাণে ।
নাম সুমৰন্ত হৰি আসন্ত তেখনে ॥
ভকতিৰ প্ৰসাদত কৃষ্ণ বশ্য হোন্ত ।
সদায় ভক্তক কৃষ্ণ ৰাখিয়া ফুৰন্ত ॥
জীৱন মৰণ দুখ সমস্তে গুচাই ।
নেন্ত কৃষ্ণে সিজনক এভৱ তৰাই ॥

নীলকণ্ঠ ।

১০। এই সম্প্ৰদায়ৰ প্ৰধান আচৰণীয় বিষয়বোৰ হৈছে বৈদিক ধৰ্ম্মৰ কেয়োটি নীতিকে যথাযথ ভাবে পালন কৰা। সেই নীতিবোৰ হৈছে ঃ—

"(ক) বেদ অভ্ৰান্ত। (খ) পৰজন্মত বিশ্বাস। (গ) বৈদিক আৰু তান্ত্ৰিক দীক্ষা। (কেৱল দক্ষিণপাট সত্ৰত হে তান্ত্ৰিক দীক্ষাৰ প্ৰচলন থাকা বুলি জনা যায়; আন সত্ৰত তান্ত্ৰিক দীক্ষা দিয়া জনা নাযায়। স্মৃতিমতে বৈষ্ণৱ আচাৰ্য্যই তান্ত্ৰিক দীক্ষা দিয়াৰ বাধা নাই কিন্তু অন্য আচাৰ্য্যই নিজ পন্থৰ হে দীক্ষাৰ অধিকাৰী)। (ঘ) ঋষি বাক্যত বিশ্বাস। (ঙ) শ্ৰাদ্ধতৰ্পণাদি (নিত্য-নৈমিত্তিক কৰ্ম্ম) কৰণ। (চ) অশৌচ গ্ৰহণ আৰু প্ৰায়শ্চিত্তাদি শাস্ত্ৰা-

চাৰ পালন। (ছ) মন্ত্ৰৰ শক্তি ৰক্ষা আৰু সংস্কৃত ভাষাৰে সেই মন্ত্ৰ উচ্চাৰণ। (জ) গুৰু, পুৰোহিত স্বীকাৰ। (ঝ) একাদশী, আঁউসী, জন্মাষ্টমী আদিত ব্ৰত উপবাস কৰণ। (ঞ) মূৰ্ত্তি পূজা, শ্ৰৱণ, কীৰ্ত্তন আদি ভক্তিৰ পূজা। (ট) তীৰ্থ দৰ্শন। (ঠ) স্থান মাহাত্ম্য স্বীকাৰ। (ড) মালা, তিলক, শিখাদি বাহ্যিক চিহ্ন ধাৰণ। (ঢ) বিবাহাদিত সম্বন্ধ বিচাৰ। (ণ) ভক্ষ্যা ভক্ষৰ বিচাৰ। (ত) যাত্ৰাদি সাধাৰণ কাৰ্য্যত কালাকাল বিচাৰ। (থ) দায় বিচাৰ।" (দক্ষিণপাট সত্ৰ—শ্ৰীবেণুধৰ শৰ্ম্মা)।

## সত্ৰৰ অৱস্থিতি।

পূৰ্ব্বে দেৱ দামোদৰ গুৰুৱে তেওঁৰ আদি ধাম পাটবাউসীত নিজ কল্পনাবলে ১৪৬২ শঁকতে প্ৰকাণ্ড কীৰ্ত্তন ঘৰ, মণিকুট, উদাসীন ভকতৰ হাটী আদিৰে পুৰাণোক্ত নৈমিষাৰণ্যৰ আৰ্হিত সত্ৰ স্থাপন কৰিছিল। প্ৰভুৱে কোচ বেহাৰত লক্ষ্মীনাৰায়ণ ৰজাৰ ৰাজ্যত থিতাপি লোৱাত ৰজাই পূৰ্ব্বে নৰনাৰায়ণ ৰজাই কামৰূপীয়া পাইকৰ হতুৱাই যি ঢাপ মৰাই ৰাখিছিল তাতে দেৱ দামোদৰ গুৰুলৈ সত্ৰ নিৰ্ম্মাণৰ আদেশ দিয়ে। ৰাজ

আজ্ঞা মতে জাবৰ কায়স্থই সত্ৰ নিৰ্ম্মাণৰ ভাৰ পাই-ছিল। জাবৰ কায়স্থই ৰজাৰ আদেশ আৰু দেৱ দামোদৰ গুৰুৰ নিৰ্দ্দেশমতে প্ৰথমতে সত্ৰৰ চাৰিওফালে ভিতৰুৱা চাপ মৰাই লৈ সেই চাপৰ ভিতৰত চাৰিহাটী উদাসীন ভকতৰ বাহা ঘৰ সজায়। মাজ খণ্ডৰ পুব পিনে মণিকুট ভাত বিগ্ৰহ স্থাপন কৰিলে। তাৰ পশ্চিমে প্ৰকাণ্ড হৰি মন্দিৰ বা কীৰ্ত্তন ঘৰ সাজিলে। ইয়াতে নাম প্ৰসঙ্গ ধৰ্ম্মালোচনা আৰু সামাজিক বিচা-ৰাদি যাবদীয় কাম চলিাছিল। হৰি মন্দিৰৰ সমুখৰ ফালে উত্তৰে দোল মণ্ডপ। এই ভিতৰুৱা চাপৰ ভিতৰতে ভঁৰাল ঘৰ আৰু সত্ৰৰ গৰাকী আৰু অন্যান্য পৰিচালক সকল থাকিবৰ বাবে বিভিন্ন আকাৰ আৰু ধৰণৰ বাসা ঘৰ সজোৱা হৈছিল। এই বৈকুণ্ঠ সদৃশ ধামকে শেষান্তত বৈকুণ্ঠপুৰ ধাম বোলা হৈছিল। ভিত-ৰুৱা চাপৰ বাহিৰত গৃহী ভকত সকলৰ হাটী আছিল আৰু তাৰ বাহিৰতো তৰুৱা চাপ নামে আন এটা চাপ মৰা হৈছিল। এই দুয়ো চাপৰ মাজৰ ঠাই খণ্ডকে সত্ৰ বোলা হৈছিল। সত্ৰলৈ সোমোৱা পশ্চিম ফালত কৰাপাট বা বাট চৰা থাকে।

ভট্টদেৱৰ সময়ত যেতিয়া পাটবাউসী সত্ৰৰ পৰা উদাসীন প্ৰথা তুলি দিয়া হয় তেতিয়াৰ পৰা সত্ৰৰ

পুৰণি অৱস্থিতিও বেলেগ ধৰণৰ হয়। তেতিয়াৰ পৰা বাহিৰ ভিতৰৰ বেলেগ বেলেগ দুখলপীয়া হাটী নোহোৱা হয় আৰু চৌদিশে গৃহী ভক্ত সকলৰ মাজতে সত্ৰৰ কীৰ্ত্তন ঘৰ মণিকুট আদি সজা হয়।

সৌমাৰৰ অৰ্থাৎ উজনী অসমৰ চাৰি সত্ৰৰ ভিতৰত আউনীআটী, দক্ষিণপাট আৰু গড়মূৰ এই তিনিখন সত্ৰ আজিকালিও উদাসীন থাবে দেৱ দামোদৰ গুৰুৰ পৰিকল্পনামতে এই সত্ৰ কেইখনত আজিকালিও পূৰ্ব্বমতেই সত্ৰৰ অৱস্থিতি চলি আছে।

## সত্ৰৰ অৰ্থ।

সত্ৰ (সত্ৰ) শব্দৰ আভিধানিক অৰ্থ হৈছে—যজ্ঞ, সদাব্ৰত, সদাদান, সন্তৰ তৰণৰ ঠাই। অতীততো কোনো কোনো ঠাইত সাধু আৰু পণ্ডিত সকলে গোট খাই বহু দিন ধৰি ধৰ্ম্ম আৰু নীতিমূলক বিষয় আলোচনা বিলোচনা কৰা, পুৰাণ, ভাগৱতাদি পাঠ কৰা কিছুমান ঠাই আছিল আৰু সেই সম্মিলনবোধক সত্ৰ বুলিছিল। তেনেকুৱা সৎসঙ্গ আৰু বিদ্বজ্জনৰ ধৰ্ম্মালোচনা হোৱাৰ বাবেই আমাৰ গোঁসাই, মহন্ত আৰু ভক্ত বৈষ্ণৱ সকলে

একে ঠাইতে একে লগে বহি ধৰ্ম্মালোচনা আৰু সামূহিক ভাবে উপাসনা কৰা ঠাইকে সত্ৰ বোলে। ভট্টদেৱে তেওঁৰ "শৰণ মালিকা" গ্ৰন্থত সত্ৰৰ সংজ্ঞা এইদৰে দিছে ঃ—

যত্ৰাচৰন্তি সদ্ধৰ্ম্মাণ কেবলা ভগৱৎ প্ৰিয়া
নবধা ভগবদ্ভক্তি প্ৰত্যহং যত্ৰ বৰ্ত্ততে।
তৎ সত্ৰং উত্তমক্ষেত্ৰং বৈষ্ণবাঃ সুৰবন্দিতং
তত্ৰস্থাঃ বৈষ্ণবাঃ সৰ্ব্বে হৰিনাম পৰায়ণাঃ।

## প্ৰসঙ্গ।

সত্ৰত ধৰ্ম্মাচৰণৰ অঙ্গ হিচাবে প্ৰত্যহ পুৱাৰ পৰা ৰাতিলৈ দ্বাদশ প্ৰসঙ্গ সদায় হব লাগে। সেই দ্বাদশ প্ৰসঙ্গ হৈছে ঃ—

১। পুৱাৰ চাৰি প্ৰসঙ্গ—১। পুৱাৰ (জাগৰণ) গীত আৰু নামৰ কীৰ্ত্তন; ২। গীতা ভাগৱত ব্যাখ্যা; ৩। পদ পুথি পাঠ; ৪। ভট্টিমা, পুৱাৰ গীত।

২। বেলাভাটী (বিয়লি)ৰ চাৰি প্ৰসঙ্গ—১। ঘোষা কীৰ্ত্তন; ২। গীতা ভাগৱত ব্যাখ্যা; ৩। পদপুথি পাঠ; ৪। ব্যাস কীৰ্ত্তন।

৩। ৰাতিৰ চাৰি প্ৰসঙ্গ— ১। ঘোষা কীৰ্ত্তন; ২। ভাগৱত পাঠ; ৩। পাঠকৰ পাঠ; ৪। গীত কীৰ্ত্তন।

দৈনিক এই বাৰ প্ৰসঙ্গৰ উপৰিও একাদশী আৰু সংক্ৰান্তিত চাৰিটাকৈ অতিৰিক্ত প্ৰসঙ্গ হয়। অতিৰিক্ত প্ৰসঙ্গ হৈছে :—

ভাটীবেলা—ভাটীবেলাৰ প্ৰসঙ্গৰ পাচত ১। ওজা-পালী। ২। নটুৱাৰ নাচ।

ৰাতি—ৰাতিৰ প্ৰসঙ্গৰ পাচত ১। ওজাপালী ২। বৰাগী আৰু আৰতি নাম।

ভট্টদেৱৰ দিনত প্ৰসঙ্গৰ প্ৰণালীবোৰ কটকটীয়াকৈ বান্ধি প্ৰসঙ্গত গাব লগা ঘোষা কীৰ্ত্তনাদি প্ৰণয়ন কৰি উলিয়াই সেইবোৰ ধৰা বান্ধা ভাবে প্ৰৱৰ্ত্তন কৰাইছিল, আৰু গোপাল মিশ্ৰৰ ঘোষাৰত্ন আৰু তেওঁৰ বিষ্ণু সহস্ৰ নাম পাঠৰ পুথি হিচাবে ব্যৱহাৰ কৰাইছিল। কোনো কোনো সত্ৰত তাত বাজেও অন্যান্য লিখকৰ পদ পুথিও ব্যৱহাৰ কৰে। আৰু সত্ৰৰ কোনো কোনো গোস্বামীৰ গীত অতিৰিক্ত হিচাবে গায়। গোবিন্দ মিশ্ৰৰ গীতা আৰু ভক্তিবিবেকৰ পদো কোনো কোনো সত্ৰত পাঠ কৰা হয়। বৰ্ত্তমানত ছাপাহৈ ওলোৱা

ভট্টদেৱৰ প্ৰসঙ্গমালা পুথিত এইবোৰ বিস্তাৰিত ভাবে আছে বাবে ইয়াত মাত্ৰ সংক্ষেপে উল্লেখ কৰা হল।

## সত্ৰৰ পৰিচালনা।

সত্ৰৰ পৰিচালনাৰ বাবে সত্ৰত অধিকাৰ, ডেকা অধিকাৰ, ভাগৱতী আৰু পাঠক এই কেইজন প্ৰধান বিষয়াৰ সহকৰ্ম্মী হিচাবে পূজাৰী, নাম লগোৱা, গায়ন, বায়ন, ওজাপালী প্ৰভৃতি নানা বিষয়া থাকে। তেওঁ-লোকৰ দ্বাৰাই সত্ৰৰ সকলো ধৰ্ম্মীয় কাম নিয়মিত ভাবে চলি থাকে। সৰু বা পালি সত্ৰবোৰত তিমান বিষয়-ববীয়া আৰু ভকত নাথাকে। অধিকাৰে নিজে কিছুমান কাম কৰে আৰু কিছুমান কাম দৰ্ম্মহাৰ মানুহৰ দ্বাৰা কৰাই লয়। আগতে ৰাজদত্ত ভকতসকলে সত্ৰৰ নিষ্কৰ ধৰ্ম্মোত্তৰ জমি ভোগ কৰি সত্ৰত নিয়মমতে খাটনি খাটিব লাগিছিল।

## অন্যান্য সত্ৰৰ দিশ।

সত্ৰ বিলাক কেবল ধৰ্ম্মীয় অনুষ্ঠানেই নাছিল। সত্ৰৰ কীৰ্ত্তন ঘৰত দৈনিক দ্বাদশ প্ৰসঙ্গৰ বাহিৰেও তাত সামাজিক হিচাবে বহি নীতি-নিয়ম ৰচনা কৰা

ভাওনা আদিৰ দ্বাৰা মানুহক সৎপথে নিয়াৰ চেষ্টা আৰু লোকৰ মনত তৃপ্তি দিয়া আদি কাম হৈছিল। সত্ৰৰ কীৰ্ত্তন ঘৰ প্ৰাঙ্গনেই পঞ্চায়তী বিচাৰৰ প্ৰধান বিচাৰালয় আছিল। ইয়াৰ দ্বাৰা বহুতো নীৰিহ নিঃসম্বল গাওঁলীয়া লোকে অনৰ্থক ভৰণি ভৰি বিচাৰালয়লৈ যাব লগাত নপৰিছিল।

## সত্ৰ, থান আৰু মছঙ্গ।

আমাৰ ধৰ্ম্ম গুৰু সকলে ভক্ত শিষ্য সকলৰ সৈতে একত্ৰিত হৈ প্ৰত্যহ নিয়মিত ভাবে ধৰ্ম্ম বিষয়ত কিছু-মান নিৰ্দ্ধাৰিত পদ্ধতিৰে ধৰ্ম্মালোচনা কৰিছিল; আৰু তাত নাম-মন্ত্ৰ দিয়াৰ বাহিৰেও পালিব লগীয়া বৈদিক নিত্য-নৈমিত্তিক কৰ্ম্ম আৰু নীতি-নিয়মবোৰৰ শিক্ষা দিয়া হৈছিল। প্ৰথমে এই কাম গুৰুৰ গৃহতে সম্পন্ন কৰা হৈছিল। ভক্তৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে গুৰু গৃহত এই কাম চলোৱাৰ অসুবিধা হোৱাত সামূহিক ভাবে বেলেগ ডাঙৰ ঘৰ সাজি তাত ধৰ্ম্ম কাৰ্য্য চলাবলৈ ধৰা হয়। সমূহীয়া ধৰ্ম্মালোচনাৰ এনে ঘৰ-বোৰক কীৰ্ত্তন ঘৰ বা নাম ঘৰ বোলা হয়।

## দেৱ দামোদৰ গুৰু

দেৱ দামোদৰ গুৰুৱে প্ৰথমে ১৪৬২ শঁকত ধৰ্ম্ম পিপাসু ভক্তগণৰ সুবিধাৰ্থে ৰামৰায়ৰ পৰা মাটি কিনি লৈ তাত সমূহায়া কীৰ্ত্তন ঘৰ, মণিকুট, ভকতৰ বাসা ঘৰ আদি সজাই "সত্ৰ" আখ্যা দিয়ে। গুৰু গৃহত এই কাম চলা অৱস্থাত ইয়াক "থান" বোলা হৈছিল।

দামোদৰীয়া সত্ৰ বিলাকত শৰণ আৰু ভজনাদি কৰ্ম্ম একে গুৰুৱে একে লগে দিয়াৰ নিয়ম থাকাত আৰু নাম ধৰ্ম্মৰ বাহিৰেও সদাচাৰ আৰু বৈদিক নিত্য-নৈমিত্তিক কৰ্ম্মাদিও একে ঠাইতে শিক্ষা দিয়াৰ বাবে ভট্টদেৱৰ শৰণ মালিকাত সত্ৰ শব্দৰ সূত্ৰ দিয়াৰ শ্লোকৰ তাৎপৰ্য্য মতে দামোদৰীয়া থান সমূহক সত্ৰ বোলে।

মহাপুৰুষীয়া ধৰ্ম্মত নাম ধৰ্ম্ম আৰু ভজন ৰীতি একেজন গুৰুৱে একেলগে নকৰাত আৰু বৈদিক নিত্য-নৈমিত্তিক কাৰ্য্য নথকাৰ বাবে সত্ৰৰ সম্পূৰ্ণ আখ্যা পূৰ্ণ নোহোৱাত অতীজত সেই ধৰ্ম্ম স্থানবোৰক সত্ৰ নুবুলি থান বোলা হৈছিল। সেইবাবে পুৰণি চৰিতত বৰলচুঙক শঙ্কৰদেৱৰ থান, তেনেকৈ বৰদোৱা থান, কমলাবাৰী থান, পোৱাভেটী থান বুলিছিল। মহাপুৰুষীয়া কোনো ডাঙৰ সত্ৰৰ পৰা অইন ডাঙৰ সত্ৰলৈ ভকত আহিলে অদ্যাপি থানৰ বাতৰি সোধাৰ হে নিয়ম সত্ৰৰ বাতৰি নোবোলে। বৰ্ত্তমানত পুৰণি থান শব্দৰ ঠাইতো

সত্ৰ শব্দই প্ৰচলিত হৈছে। পুৰণি চৰিত পুথিত মহাপুৰুষীয়া সত্ৰবোৰক কেৱল থান বুলিয়ে লিখা পোৱা যায়।

সছং বা সছঙ্গ শব্দ—সৎসঙ্গৰ পৰা আহিছে। ই ভজন ৰীতি শিক্ষা দিয়াৰ ঠাই। সছংৰ কৰ্ত্তাক মহন্ত বোলে। মহাপুৰুষীয়া সম্প্ৰদায়ৰ ভজনীয়া গুৰু প্ৰায়ে উদাসীন আৰু কোনো বাহাৰ বুঢ়া ভকত। দামোদৰীয়া সম্প্ৰদায়ৰ সছঙতো শৰণ, ভজন দুয়োটাই দিয়া হয় আৰু সছঙ্গৰ কৰ্ত্তা গৃহী।**



# নবম অধ্যায়।

## *বিজয় নগৰত।*

It always happens when a new religion is preached, when God is going to be born in the people that such forces rise with all their weapons in their hands to crush the religion—

**Arobinda Ghosh.**

ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ অভ্যুদয় হোৱা দেখি যেতিয়াই সদ্ধৰ্ম্ম প্ৰবৰ্ত্তনৰ অৰ্থে গীতাত কোৱা "সম্ভবামি যুগে যুগে" কথাৰ সাৰ্থকতা ৰাখি কোনো অৱতাৰী মহাপুৰুষৰ আবিৰ্ভাব হয় তেতিয়াই বিধৰ্ম্মীৰ দলে তাক নাশ কৰিবলৈ চাৰিওফালৰ পৰা আগুৰি ধৰা প্ৰথাটো আজিৰ নহয় আৰু ধৰ্ম্মৰ জয়ও যতে ততে। সুদূৰ পাশ্চাত্য দেশতো ইয়াৰ জ্বলন্ত প্ৰমাণ দেখিবলৈ পোৱা যায়। এনে অৱতাৰী মহাপুৰুষ বিদ্বেষী সকলৰ নিমি-

ত্তেই যিশুৱে ক্রুচত প্ৰাণ হেৰুৱাইছিল, নিউটন, গেলি- লিওএ উৎকট শাস্তি পাইছিল, আৰু চক্রেটিচৰ দৰে জ্ঞানী ব্যক্তিয়েও বিহ খাই প্ৰাণ ত্যাগ কৰিব লগীয়া হৈছিল। ভাৰততো এই ৰীতি প্ৰচলিত থকাৰ প্ৰমাণ আমাৰ জাতীয় বুৰঞ্জী, ৰামায়ণ, মহাভাৰত আৰু পুৰাণাদি শাস্ত্ৰত ভূৰি ভূৰি পোৱা যায়। কিন্তু ধৰ্ম্মৰ জয় অৱশ্য- ম্ভাৱী। আমাৰ দেশতো অৱতাৰী মহাপুৰুষ সকলে ইয়াৰ পৰা অব্যাহতি পোৱা নাছিল। এই কাৰণেই অসমৰ মহাপুৰুষ শঙ্কৰদেৱেও একাধিকবাৰ ৰাজসভাত উপস্থিত হৈ দোষ ক্ষালন ক্ৰমে প্ৰতিভা দেখুৱাব লগাত পৰিছিল; হৰিদেৱেও দেশত্যাগ কৰিব লগাত পৰিছিল।

চিলাৰায় দেৱানে নিজে শঙ্কৰদেৱৰ শিষ্য হৈ বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছিল যদিও তেওঁৰ নাতিয়েক অবিবেকী পৰীক্ষিত নাৰায়ণে কামেশ্বৰ গিৰি আৰু শিৱবৰ দৈবজ্ঞ নামে দুজন সূচকৰ প্ৰৰোচনা আৰু লগনীয়া কথাত বিশ্বাস কৰিছিল। দেৱ দামোদৰ গুৰুৱে দেশত অবিধি পূৰ্ব্বক বলি বিধানেৰে কৰা শক্তি পূজাৰ ঠাইত বিশুদ্ধ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰাত ৰাজ অনুগ্ৰহ পোৱা তান্ত্ৰিক আৰু সন্ন্যাসী লোক দুজনে তেওঁ- লোকে লোকৰ পৰা মান সৎকাৰ পোৱাত আৰু অসৎ উপায়ে উপাৰ্জ্জন কৰা পথ বন্ধ হৈ অহা দেখি ৰজাক

জনালে ঃ—"মহাৰাজ আপোনাৰ ৰাজ্যত দামোদৰ বিপ্ৰই লোকক এক শৰণ ধৰ্ম্ম দি জগন্মাতা কামাখ্যাৰ পূজা বন্ধ কৰিলে, লোকে শাৰদীয়া দুৰ্গা পূজাকো বন্ধ কৰিলে। এক ঈশ্বৰত বাহিৰে মানুহে আন দেৱ-দেৱী উপাসনা নকৰা হল। বায়ুক নুপূজাত দেশ জুৰি প্ৰবল বানাহ হব; ইন্দ্ৰ আৰু বৰুণক নুপূজাৰ বাবে প্ৰবল অনাবৃষ্টি হব, দুৰ্গাক নুপূজাৰ বাবে মাৰি মৰণ্ড হব, আৰু চামুণ্ডা কালীক নুপূজাৰ বাবে শীঘ্ৰে দেশ উচ্ছন হব।" ৰজাই উক্ত সূচক দুজনৰ কথাত ভোল গৈ দেৱ দামোদৰ গুৰুক পশু বলি দি পূজা নকৰিলে ৰাজ দৰবাৰলৈ বিচাৰৰ বাবে নিবলৈ দূত পঠিয়ালে। দূতে আহি দেৱ দামোদৰ গুৰুক ঃ—

যদি দেৱী পূজয় থাকোক সেহি থান।
নুহি তেবে মোৰ থানে শীঘ্ৰ কৰি আন॥

গুৰুলীলা।

এই ৰাজাজ্ঞা শুনালে।

দেৱ দামোদৰ গুৰুৱে দূতৰ মুখৰ পৰা ৰাজাজ্ঞা শুনি অলপো বিচলিত নহৈ ঃ—

তিনিও লোকৰ যিটো লক্ষ্মীনাৰায়ণ॥
তাত পৰ আন কোন পাৰোঁ পূজিবাক।

বলিব লগত যদি কাটয় আমাক ॥
মোৰ গল ওপৰ বলিৰ গল তল ।
কাটা যদি আছয় তোহোৰ গাৱে বল ॥
গুৰুলীলা ।

বুলি উত্তৰ দি দৃঢ়স্বৰে কলে ঃ—
ৰাজাৰ পাসক যাইবো নকৰিবো পূজা ।

ৰাজাজ্ঞা শুনি ভক্ত বৃন্দই মূৰত বজ্ৰপাত হোৱা যেন পালে আৰু তাৰ ভিতৰত কিছুমানে নিজে পূজা কৰি তেওঁ কৰা বুলি কৈ ৰাজৰোষৰ পৰা অব্যাহতি লভাৰ বাবে প্ৰভুৰ অনুমতি বিচাৰিলত প্ৰভুৱে বিষ্ণু, বিষ্ণু স্মৰি ভকতসকলক ঃ—

কিসক ই বোল বোল ছৱাল সমান ।
আমাৰ বদল তুমি বলিক কাটিবা ।
আমি কেনে এৰাইলো ই কথা নকবা ॥
ৰাজাৰ পাসক যাইবো যেহি লাগে হোক ॥
গুৰুলীলা ।

এইদৰে ভৰ্ৎসনা কৰি ৰাজধানীলৈ যাবৰ বাবে প্ৰস্তুত হল ।

সেই সময়ত প্ৰভুৰ একান্ত অনুৰক্ত আৰু অন্তৰঙ্গ শিষ্য ভট্টদেৱ বৰনগৰত আছিল । প্ৰভুৱে ৰাজ সমীপলৈ

যোৱাৰ আগতে ওচৰ পাজৰৰ ভক্ত আৰু অধিকাৰ সকলক পাটবাউসীলৈ মতাই আনি যাতে পাটবাউসী আৰু আন আন সত্ৰবোৰ থিকমতে আগৰ দৰে চলি থাকে তাৰ বাবে নানা উপদেশ দি তৎকালৰ তেওঁৰ অতি বৃদ্ধ ভক্ত শিষ্য হৰি আতা বা হৰিদাসক পাট-বাউসী সত্ৰৰ পাঠ প্ৰসঙ্গৰ পৰিচালনাৰ ভাৰ অৰ্পণ কৰে আৰু ভতিজাক শ্ৰীকৃষ্ণক শৰণ ভজনাদি দিয়াৰ বাবে নিযুক্ত কৰে। এইদৰে সকলো কাম ঠিক ঠাক কৰি দেৱ দামোদৰ গুৰুৱে অনুমান ১৫১৩ শঁকত বাৰ জন মুখ্য শিষ্য আৰু ষাঠি জন ভকতে সৈতে কামৰূপৰ তেতিয়াৰ ৰাজধানী বিজয়নগৰলৈ যাত্ৰা কৰিলে।

দেৱ দামোদৰ গুৰুৱে ৰাজ আজ্ঞামতে পাটবাউসী এৰি বিজয়নগৰলৈ যাব ওলোৱা বাৰ্ত্তা পাই ভট্টদেৱে বৰনগৰৰ পৰা গৈ বাটতে তেওঁক লাগ ধৰিলে। গুৰুৱে তেওঁৰ প্ৰিয় শিষ্য ভট্টদেৱক উপযুক্ত পাত্ৰ দেখি আশীৰ্ব্বাদ কৰি সত্ৰৰ ভাগৱতী পাতি সৰ্ব্বসাধাৰণে বুজিব পাৰাকৈ ভাগৱতখন কথাবন্ধে লিখিবলৈ আদেশ কৰে ঃ—

আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথা বন্ধে একখণ্ড ভাগৱত কৰা॥

## দেৱ দামোদৰ গুৰু

পূৰ্ব্বে মহাপুৰুষে কৰিলা দশ স্কন্ধ।
কীৰ্ত্তন ভট্টিমা ছবি তুলড়ী সুছন্দ॥ ৩৩৮
তাতো কৰি সুগম কৰিয়ো ভাগৱত।
স্ত্রী, শূদ্র সৰ্ব্বলোক বুজো যেন মত॥
গুৰুলীলা।

ভট্টদেৱে গুৰু আজ্ঞা শিৰোধাৰ্য্য কৰি বৰনগৰতে গুৰুৰ যন্ত্ৰ হিচাবে ভাগৱত পুৰাণ মহাশাস্ত্ৰ গদ্যত লিখিবলৈ আৰম্ভ কৰে।

দেৱ দামোদৰ গুৰুগৈ বিজয়নগৰ পোৱাত সূচক সকলে কিদৰে তেওঁৰ কুযশ ৰটিব তাৰে চেষ্টাত ব্যস্ত হল; আৰু বাহিৰত আদৰ সাদৰ দেখুৱাই তেওঁক নি নিজ ঘৰত ৰাখিলে। প্ৰসঙ্গৰ পাচত খাই বৈ ভকতসকলে চুৱাপাত পেলাব খোজাত “অতিথি পৰম গুৰু” বুলি মানা কৰি গৃহস্থই নিজে সেই কাম কৰিব বুলি কৈ পাচত ভকতে খোৱা ঠাইত গৰু সোমাই দি দামোদৰ দ্বিজ পৰম অনাচৰি আনকি চুৱাপাতো নেপেলায় বুলি ৰজাক জনালে। ৰাজদৰবাৰৰ দামোদৰ প্ৰেমী বিষয়া সকলে আচল কথাৰ সম্ভেদ পাই পাচ দিনাই দেৱ দামোদৰ গুৰুক বেদুৱা নামে পশ্চিম দেশীয় চৈতন্য পথাৱলম্বী ব্ৰাহ্মণ এজনৰ ঘৰত থাকিবৰ দিহা

কৰি দিলে। চিলাৰায় দেৱানে মহাপুৰুষীয়া ধৰ্ম্ম লোৱাৰ সময়ৰ পৰাই কামৰূপ আৰু কোচ বেহাৰ উভয় ৰাজ্যতে বহুতো থান স্থাপিত হৈছিল আৰু বহুতো ৰাজ বিষয়ায়ো ভাগৱতী ধৰ্ম্ম অৱলম্বন কৰি শৰণ ভজন লৈছিল। দেৱ দামোদৰ গুৰুৰ সুন্দৰ গৌৰবৰ্ণ দেহ, সৌম্য মূৰ্ত্তি আৰু শাস্ত্ৰালাপত মুগ্ধ হৈ বহুতো লোক আৰু ৰাজ কৰ্ম্মচাৰী তেওঁৰ অনুৰক্ত ভক্ত হৈ পৰিছিল।

ইয়াৰ কেইদিনমান পাচত ৰাজ্যৰ আৰু ৰাজসভাৰ বিশিষ্ট ব্ৰাহ্মণ পণ্ডিত, সাধু-সন্ন্যাসী প্ৰভৃতিক ৰাজ দৰবাৰলৈ মতাই আনি ৰজাই মাত লগালে :—"পণ্ডিত সকল আৰু উপস্থিত সাধু সমাজ! দামোদৰ বিপ্ৰই ৰাজ্যৰ সয়লৰ লোকক দেৱ-দেৱীৰ পূজা আদি ধৰ্ম্ম-কাৰ্য্যৰ পৰা বিৰত কৰি মোৰ ৰাজ্য ভ্ৰষ্ট কৰিব খুজিছে ; এতিয়া আপোনালোকে ইয়াৰ বিহিত বিচাৰ কৰিব লাগে।" কথাষাৰ শুনি দামোদৰ প্ৰেমী ভক্তসকলে মূৰত চৰক পৰা যেন পাই আন্ধাৰ মুন্ধাৰ দেখিব ধৰিলে। এফালে ন্যায় তৰ্ক, শ্ৰুতি স্মৃতি বিদ ব্ৰাহ্মণ আৰু পণ্ডিত সকল আৰু তেওঁলোকৰ লগত নানা মতাৱলম্বী সাধু-সন্ন্যাসী সকল আৰু আন ফালে এজন মাথো ধৰ্ম্মবীৰ, হায়! হায়! যদিহে দেৱ দামোদৰ গুৰু তৰ্কত পৰাজয় হয় তেনেহলেতো আৰু ৰক্ষা নাই।

ভক্তসকলে ভগৱন্তক ত্ৰাহি মধুসূদন বুলি কাকূতি কৰিব ধৰিলে। "হে ভগৱান দেৱ দামোদৰ গুৰুকে কুৰু-ক্ষেত্ৰৰ যুদ্ধত অৰ্জ্জুনৰ তেজ দিয়া প্ৰভু! তেওঁও অৰ্জ্জুনৰ দৰে আপোনাৰ প্ৰপন্ন শিষ্য।"

তেতিয়া সভাস্থ পণ্ডিত সমাজে দেৱ দামোদৰ গুৰুক—"তেওঁ আন দেৱ-দেৱী নুপূজে কিয়? পূজা-পাতল গুচাই একমাত্ৰ নামধৰ্ম্ম কৰিলে কিয়? আৰু তীৰ্থাদিতো স্পৃহা নাৰাখে কিয়?" প্ৰভৃতি প্ৰশ্ন সুধিলে। তেতিয়া সভাস্থ সমাজে দেৱ দামোদৰ গুৰুৰ উত্তৰলৈ উৎকণ্ঠাৰে উদ্‌গ্ৰীৱ হৈ থাকিল। খন্তেক পাচতে দেৱ দামোদৰ গুৰুৱে নিস্তব্ধতা ভঙ্গ কৰি শ্ৰীকৃষ্ণক স্মৰি মৃদু মধুৰস্বৰে মাত লগালে:—"মহাৰাজ আৰু সভাস্থ পাত্ৰ, মন্ত্ৰী, ব্ৰাহ্মণ, পণ্ডিত আৰু সাধু মহাজন সকল! আজি আপোনালোকে ধৰ্ম্মৰ অনৰ্থকাৰী বুলি মোক যিবোৰ দোষৰ বাবে জগৰীয়া বুলি স্থিৰ কৰিছে তাৰ উত্তৰত ময়ো দুই চাৰি আমাৰ কথা কবলৈ ওলাইছোঁ। আশা কৰো আপোনালোকে কাণ পাতি আৰু মন দি শুনি নিৰপেক্ষ ভাবে বিচাৰ কৰি যদি মোক দোষী পায় উপযুক্ত দণ্ড বিধান কৰিব। মই বেদ বিহিত কৰ্ম্ম কৰিবলৈ কেতিয়াও কাকো বাধা নকৰো। বেদৰ সাম গান আমাৰ সাংসাৰিক অভাৱৰ পৰাই যে উদ্ভৱ

হৈছে তাক সভাস্থ বেদজ্ঞ বিদ্বন্মণ্ডলীয়ে ভালদৰে জানে। সেই অভাববোধৰ পৰাই দেৱতাদিৰ উদ্ভৱ আৰু স্তুতি পাঠৰ আৰম্ভণ আৰু যজ্ঞৰ সৃষ্টি। যাৰ অসাৰ সাংসাৰিক ভোগ বিলাসত স্পৃহা নাই, অভাৱ-অভিযোগ বা মান-অপমানৰ ভেদজ্ঞান নাই কেৱল মুক্তিৰ বাবেহে আকাঙ্ক্ষা আছে তেনে জনে দেৱ-দেৱী নুপূজিলে কোনো দোষ হব নোৱাৰে। সকলোতে ঈশ্বৰ বিৰাজমান যেতিয়া, বলিবো তেৱেঁই অন্তৰ্য্যামী গতিকে বলি কটা মানেই ঈশ্বৰকে কটা। অতিন্দ্ৰিয় ব্ৰহ্ম লাভ ইন্দ্ৰিয় লব্ধ শক্তিৰ দ্বাৰা নঘটে। সকলো দেৱ-দেৱীৰ মূল হৈছে একমাত্ৰ কৃষ্ণদেৱ। তেৱেঁই সকলোকে সৃজিছে, তেৱেঁই সকলোতে বিৰাজমান, তেৱেঁই সকলোৰে মূলাধাৰ। এতেকে একমাত্ৰ যদি কৃষ্ণক আৰাধনা কৰা যায় তেনেহলে আন দেৱ-দেৱীক পৃথকে আৰাধনা কৰাৰ একো আৱশ্যক নাই। শাস্ত্ৰত আছে ঃ—

যথাতৰোৰ্ম্মূল নিষেচনে চ
তৃপ্যন্তি তৎস্কন্ধভুজোপি শাখা।
প্ৰাণোপহাৰাশ্চ যথেন্দ্ৰিয়ানাং
তথৈৱ সৰ্ব্বাৰ্চ্চনমচ্যুতেভ্যঃ ॥

শ্ৰীভাগৱত।

যস্যাজ্ঞয়া জগৎ সৰ্ব্বং ব্ৰহ্মা সৃজতি নিত্যসঃ,
বিষ্ণুশ্চ পালকো ৰুদ্ৰো নাশকঃ সহিমোক্ষদঃ।
বাহুভ্যাং সাগৰং তৰ্ত্তুমিচ্ছতি কঃ পুমান্ ভুবি,
বাসুদেৱমনাৰধ্য কো মোক্ষং গন্তুমিচ্ছতি ॥

বৃহন্নাৰদীয় পুৰাণ।

হৰিভক্তি পৰো যত্ৰ তত্ৰ ব্ৰহ্মা হৰি শিবঃ।
তত্ৰ দেবাশ্চ সিদ্ধাশ্চ নিত্য তিষ্ঠন্তি সত্তমাঃ ॥
নাৰায়ণ পৰব্ৰহ্ম বিপ্ৰাণাং দৈৱতো হৰিঃ।
মোহাৎ য পূজয়েদন্যং স পাষণ্ডি ন সংশয়ঃ।

তীৰ্থাদিত আমাৰ স্পৃহা নাই কিয় ? তাৰ উত্তৰত শুনক ঃ—

তত্ৰৈব গঙ্গা, যমুনাচতত্ৰ গোদাবৰীতত্ৰ সৰস্বতি চ।
সৰ্ব্বানি তীৰ্থানি বসন্তিতত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গঃ।

মহাভাৰত।

ৰামানন্দ পদদ্বন্দ মকৰন্দ মধুৰতাঃ।
যস্যান্দিশি বিৰাজন্তে সা গঙ্গা শতশঃ প্ৰহা ॥

আদিপুৰাণ।

কেৱল বেদ বিহিত নাম ধৰ্ম্মত কিয় প্ৰবৰ্ত্তিছো তাৰো উত্তৰ শুনক। যুগ অনুসৰি ধৰ্ম্মৰ ধাচা বেলেগ হোৱাৰ কথা পণ্ডিত মণ্ডলীয়ে নিশ্চয় স্বীকাৰ নকৰি নোৱাৰে কাৰণ, তেওঁলোক শাস্ত্ৰজ্ঞ লোক। শাস্ত্ৰত যুগধৰ্ম্মৰ বিষয়ে ঃ—

কৃতে যদ্ধায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌতদ্ধৰি কীৰ্ত্তনাৎ॥
শ্ৰীভাগৱত।

বুলি উল্লেখ আছে। আৰু সেইবাবে আমি:—

হৰেৰ্ণামৈব নামৈব মম জীৱনং।
কলৌ নাস্ত্যেব নাস্ত্যেব নাস্ত্যেব গতিৰণ্যথা॥
বৃহন্নাৰদীয় পুৰাণ।

বচন প্ৰমাণৰ দ্বাৰা বেদ আৰু শাস্ত্ৰোক্ত নামধৰ্ম্ম প্ৰচাৰ কৰিছোঁ। ইয়াত যদি আমাৰ কিবা ভুল হৈছে আৰু ই যদি বেদ বিহিত হোৱা নাই আৰু ইয়াৰ পৰা ধৰ্ম্মৰ কিবা গ্লানি ঘটিছে সেইটো সভাস্থ বিদ্বন্মণ্ডলীয়ে আঙুলিয়াই দি শুদ্ধ পথ দেখুৱাই দিয়ক। অন্যথায় আমি কোনোৰূপ ধৰ্ম্মৰ গ্লানি কৰা নাই বুলি আমাক মিছা অপবাদৰ পৰা অব্যাহতি দিয়াৰ হুকুম বিহক।”

দেৱ দামোদৰ গুৰুৰ পাণ্ডিত্যত আৰু অকাট্য যুক্তিত সভাস্থ সকলোৱে তৰধ মানি নিৰুত্তৰ হৈ থাকিল। ৰজাই দেৱ দামোদৰ গুৰুৰ বিৰুদ্ধে লগনীয়া লোক আৰু পণ্ডিত বৰ্গক প্ৰত্যুত্তৰ দিবলৈ কোৱাত লগনীয়া সকলে তলমূৰ হৈ থাকিল। সমাজৰ প্ৰবীন আৰু প্ৰধান পণ্ডিত বাগীশ ভট্টাচাৰ্য্যই দেৱ দামোদৰ গুৰুৰ যুক্তি অকাট্য বুলি স্বীকাৰ কৰিলে আৰু তেওঁ যিবিলাক

শ্লোকৰ উদ্ধৃতি কৰিছে সেইবোৰ স্বকপোলকল্পিত নহয় পুৰাণ ভাগৱতাদি শাস্ত্ৰৰ বচন বুলি দৰবাৰত স্পষ্টভাৱে ব্যক্ত কৰিলে। ৰাজসভাৰ আন এজন বিদগ্ধ পণ্ডিত যদুমণি চক্ৰৱৰ্ত্তীয়ে ৰজাক উদ্দেশ কৰি কলে:—“মহাৰাজ! দামোদৰ বিপ্ৰ এলাপেচা লোক নহয়; তেওঁ অগাধ শাস্ত্ৰজ্ঞ পণ্ডিত আৰু সাধু পুৰুষ। ইয়াৰ আগতে মোক পৰম ব্ৰহ্ম শ্ৰীকৃষ্ণৰ পূৰ্ণ অৱতাৰত্ব সম্বন্ধে শ্ৰুতি, স্মৃতি, পুৰাণ, ভাগৱত প্ৰভৃতি শাস্ত্ৰৰ বচনেৰে প্ৰতিপন্ন কৰি দেখুৱাইছিল। তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম ব্ৰাহ্মণেতৰ সকলোৰে গ্ৰহণীয়। তেওঁ আহি আপোনাৰ ৰাজধানীত উপনীত হোৱাটো আপোনাৰ আৰু ৰাজ্যৰ পৰম সৌভাগ্যৰ কথা হে হৈছে। তেওঁ বৈদিক ধৰ্ম্মৰ কোনোৰূপ বিৰুদ্ধাচৰণ কৰা নাই।”

পণ্ডিত সকলৰ কথা শুনি ৰজাই দেৱ দামোদৰ গুৰুক উপযুক্ত মান-সৎকাৰ কৰি তেওঁৰ ৰাজধানীত ধৰ্ম্ম প্ৰৱৰ্ত্তাই থাকিবৰ বাবে দিহা-পোহা কৰি দিবলৈ পাত্ৰ-মন্ত্ৰী সকলক আদেশ কৰিলে। দামোদৰ ভক্ত আৰু অনুগামী সকলৰ আনন্দত ঠাই নোহোৱা হ'ল। দেৱ দামোদৰ গুৰুৰ সুখ্যাতি ৰাজ্য জুৰি বৈ বৈ গল আৰু দিনে ৰাতিয়ে তেওঁৰ ওচৰলৈ অসংখ্য ধৰ্ম্ম পিপাসু লোকৰ সমাগম হবলৈ ধৰিলে।

## দেব দামোদৰ গুৰু

ইফালে দামোদৰ বিদ্বেষী সকলৰ চকুত টোপনি নোহোৱা হ'ল। তেওঁলোকে পুনৰায় কি উপায়ে তেওঁক আঁতৰাব পাৰে তাৰ উপায় চিন্তিবলৈ ধৰিলে। শুদা কথাত সজ্জনে এনেকুৱা বৈষ্ণৱ নিন্দুক সূচক গণক "বিষ্ঠালুটা গ্ৰাম্য শূকৰৰ" লগত তুলনা কৰে নে?

দেব দামোদৰ গুৰুৰ গুণত মুগ্ধ হৈ তেওঁৰ দৰ্শন লাভ আশাত এদিন ৰজাই মৃগয়ালৈ যোৱাৰ সুবিধা লৈ অন্তেষপুৰৰ মহিলা সকলে দেব দামোদৰ গুৰুৰ ধৰ্ম্ম সভাত উপস্থিত হৈ তেওঁৰ মুখৰ অমৃত বাণী শুনি আছিল। হেন সময়ত ৰজাই মৃগয়াৰ পৰা ঘূৰি অহাত সূচক সকলে ৰজাক নি সেই দৃশ্য দেখুৱাই দামোদৰ দেব সৰহ দিন ৰাজধানীত থাকিলে তেওঁ ৰজাৰ ৰাজ সিংহাসনো কাঢ়ি নিব বুলি নানা কূট কথা লগোৱাত অবিবেকী ৰজাই দেব দামোদৰ গুৰুক ৰজাৰ ৰাজ্য আৰু ৰাজধানীৰ পৰা নিৰ্ব্বাসন কৰাৰ আজ্ঞা শুনায়ঃ—

সেহি বেলা নৃপবৰে আদেশ কৰয়।  
শুনা পাত্ৰমন্ত্ৰী মোৰ বচন নিচয়॥ ৫৪৩  
দামোদৰ বৈষ্ণৱ আমাৰ নগৰত।  
থাকিবাক নালাগয় কহো স্বৰূপত॥  
এতিক্ষণে গুচি যাক মোৰ নগৰৰ।  
সোনকোৰ পাৰ কৰি থৈয়োক সত্বৰ॥ ৫৪৪

গুৰুলীলা।

ফিৰাদিনা দূতে গৈ ৰাজাজ্ঞা শুনোৱাৰ সময়ত প্ৰভুৱে পুৱাৰ প্ৰসঙ্গতে আছিল। ৰাজাজ্ঞা শুনি প্ৰসঙ্গ সম্বৰণ কৰি প্ৰভুৱে ৰজাই পথ খৰচৰ বাবে দিয়া টকা দহোটি আৰু কাপাৰ তিনিখন দূতৰ হাতত ঘূৰাই দি ভক্তসকলক কামৰূপ এৰি কোচ বেহাৰক যাবলৈ সাজু হবলৈ আদেশ দিলে :—

জগত ঈশ্বৰ আজ্ঞা শুনিলা নিশ্চয়। ৫৫৯
আমাক কৰিলে দেশ নিকাল নৃপতি।
কানি কাঠা গাঠি সবে চলিও সম্প্ৰতি॥
আৰু ঐত থাকিতে নালাগে থানতেক।
নৃপৰূপে ঈশ্বৰে আদেশ কৰিলেক॥
ই ৰাজ্যৰ ভোগ এহিমানে সমাপত॥ ৫৬০
গুৰুলীলা॥

প্ৰভুৱে কামৰূপ এৰাৰ প্ৰায় লগেলগেই মুচলমানে কামৰূপ জয় কৰি কামৰূপ ৰাজ্য দখল কৰে। বিজয় নগৰত প্ৰভুৱে মাত্ৰ এবছৰ কাল হে আছিল। দেৱ দামোদৰ গুৰুৱে বিজয়নগৰ এৰাৰ সময়ত তাৰ ভক্ত সকলক নৱ বিধ ভক্তি আচৰণ কৰি সন্তত প্ৰীতি ৰাখি চলিবলৈ নানা প্ৰকাৰ সদুপদেশ দি কোচ বেহাৰলৈ যাত্ৰা কৰিলে। **

## দশম অধ্যায়।

## কোচ বেহাৰত।

দেব দামোদৰ গুৰুৱে শিষ্য আৰু ভক্ত সমন্বিতে অভুক্ত থাকি প্ৰথম দিনৰ ৰাতি কচুবাৰী নামে গাওঁত থাকে। দ্বিতীয় দিনো গৈ কোচ বেহাৰৰ সীমা পোৱা নাছিল। তৃতীয় দিনৰ দিনা বেলাভাটী গৈ সোনকোষ নদী পায়; এয়ে কোচ বেহাৰ আৰু কামৰূপ ৰাজ্যৰ সীমা। দেব দামোদৰ গুৰুৱে নৈ পাৰ্ হৈ এক চোল নৈৰ পানী মূৰত লৈ অতি চেনেহৰ কামৰূপ ৰাজ্যৰ পৰা বিদায় মাগে:—

নৌকাৰ নামিয়া এক চোল জল
হাতত তুলি লৈলন্ত।
আজি হন্তে কাম ৰূপ এৰা গৈলা
বুলিয়া মাথে লৈলন্ত॥ ৬০০

গুৰুলীলা।

ভট্টদেৱে বৰনগৰৰ পৰা এই নিৰ্ব্বাসন আজ্ঞাৰ বাতৰি শুনি প্ৰভুক সোনকোষ নৈৰ পাৰতে গৈ লগ ধৰে আৰু প্ৰভুৰ আজ্ঞাৰে কৰা ভাগৱতৰ প্ৰথম স্কন্ধৰ বিস্তৃত কথা ভাঙনি প্ৰভুৰ কৰ কমলত অৰ্পণ কৰে। প্ৰভুৱে ভট্টদেৱক সেই ভাঙনি কেৱল মূল ৰক্ষা কৰি সংক্ষেপ কৰিবলৈ পৰামৰ্শ দিয়ে আৰু ভট্টদেৱক বৰ-নগৰ এৰি পাটবাউসীত নিগাজী ভাৱে থাকিবলৈ আদেশ দিয়ে।

প্ৰভুৱে কোচ বেহাৰ সোমোৱাৰ পাচতেই সূৰ্য্যাস্ত হল। সেই সময়ত গাওঁৰ সম্ভ্ৰান্ত আৰু ধনী লোক লক্ষ্মণৰ ঘৰৰ আগত উপস্থিত হৈ প্ৰভুৱে গৃহস্থৰ ঘৰত গাহৰী, কুকুৰা আদি দেখি অলপ গুণা-গঁথা কৰি থাকোতে গৃহস্থই দেখা পাই তেওঁলোকৰ আতি-গুৰি সম্ভেদ লয়। কামৰূপৰ পৰা নিৰ্ব্বাসনৰ পাচত কিদৰে তিনি দিনে খুদ-কণ এটিও মুখত নিদিয়াকৈ প্ৰভুৱে ভক্তসকলৰ সৈতে খোজ কাঢ়ি আহি সিখিনি পাইছে তাক প্ৰকাশ কৰাত অতিথি পৰায়ণ গৃহস্থই তেওঁৰ ডাঙৰ-দীঘল ঘৰ এটি আঁতাই-পিতাই তেওঁৰ ঘৰত পদধুলি দিয়াৰ বাবে অনুবোধ জনালে। লক্ষ্মণৰ অনু-বোধত দেৱ দামোদৰ গুৰুৱে ৰাতিটো তেওঁৰ ঘৰত বঞ্চি পুৱাবেলাই গুচি যাব বুলি কোৱাত আৰু অভক্তৰ

সীধা গ্ৰহণ যোগ্য নহয় বুলি জনোৱাত লক্ষণে ঘৰলৈ গৈ পুত্ৰ-ভাৰ্য্যা সকলৰ লগত আলোচনা কৰি যাতে অতিথিয়ে অভুক্তে নাথাকে তাৰ বাবে ঘৰৰ পৰা গাহৰি, কুকুৰা আদি দুৰীকৃত কৰি সপৰিয়ালে দেৱ দামোদৰ গুৰুৰ ঠাইত শৰণ গ্ৰহণ কৰিলে। প্ৰভুৱে "চণ্ডালোঽপি দ্বিজোত্তমঃ হৰিভক্তি পৰায়ণঃ" শাস্ত্ৰ বচন মতে শৰণীয়া ভক্ত লক্ষণৰ সীধা গ্ৰহণ কৰিলে। গৃহস্থৰ ঐকান্তিক অনুৰোধ এবাব নোৱাৰি প্ৰভুৱে প্ৰায় সপ্তাহ যুৰি হৰিনাম কীৰ্ত্তন কৰি লক্ষণৰ ঘৰত থাকি তাৰে পৰা লক্ষ্মী নাৰায়ণ ৰজাৰ ৰাজধানী কোচ বেহাৰলৈ যায়।

যি সময়ত (অৰ্থাৎ ১৫১৬ শঁকত) দেৱ দামোদৰ গুৰু কামৰূপৰ পৰা কোচ বেহাৰ ৰাজ্যলৈ যায়, সেই সময়ত শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ ভেলাত আৰু মাধৱদেৱ মধুপুৰ থানত থাকি ধৰ্ম্ম প্ৰৱৰ্ত্তাই আছিল। দেৱ দামোদৰ গুৰু কোচ বেহাৰলৈ যোৱাৰ বাতৰি পাই মহাৰাজ নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণে তেওঁক আদৰ-সাদৰকৈ বিষয়া পঠিয়াই ৰাজধানীলৈ নিয়ায়। দেৱ দামোদৰ গুৰু ৰাজধানীত উপনীত হোৱাত ৰজাই প্ৰভুৰ :—

মহা তেজবন্ত বৃদ্ধ শৰীৰ অত্যন্ত।
ভক্তি যেন মূৰ্ত্তি ধৰি প্ৰকাশ কৰন্ত ॥

গুৰুলীলা।

অপৰূপ ৰূপ দেখি অৱনত মস্তকে সসম্ভ্ৰমে নমস্কাৰ কৰি যথাবিহিত অভ্যৰ্থনাৰে প্ৰভুক ৰাজধানীতে থাকিব দিলে। প্ৰভুৰ শান্ত, সৌম্য, ধৰ্ম্মময় মূৰ্ত্তি দেখি ৰাজ বিষয়া আদিয়েও সসম্ভ্ৰমে মূৰ দোৱালে। থকা-মিলাৰ উপযুক্ত স্থান নিৰ্দ্ধাৰণ নোহোৱা পৰ্য্যন্ত ৰমানন্দ নামে ভক্ত এজনে প্ৰভুক তেওঁৰ নিজ ঘৰতে থাকিবৰ দিহা কৰি দিলে।

আগেয়ে মহাৰাজ নৰনাৰায়ণে কামৰূপী পাইক সকলৰ দ্বাৰা এটা ঢাপ বন্ধাইছিল। মহাৰাজ লক্ষ্মী নাৰায়ণে সেই ঢাপটো পুনঃ সংস্কাৰ কৰাই ভিতৰুৱা ঢাপ নাম দি তাতে দামোদৰ ধাম পাতি দিবলৈ নিৰ্দ্দেশ দিয়ে। বিৰুকৰ্ম্ম কাজী নামে বিষয়া এজনে জাবৰ কায়স্থৰ দ্বাৰা দেৱ দামোদৰ গুৰুৰ পৰিকল্পনা মতে এই ভিতৰুৱা ঢাপৰ চাৰিওফালে গড় মাৰি ভিতৰত মণিকুট আৰু হৰিমন্দিৰৰ সমুখফাল বাদে বাকী তিনিও-ফালে সন্ত, মহন্ত আৰু উদাসীন ভক্তৰ বাহাঘৰ নিৰ্ম্মাণ কৰাই দিয়ে। গড়ৰ বাহিৰত গৃহী ভকতৰ

গৃহাদি নিৰ্ম্মাণ কৰি কুঁৱা আদি দি ৰামানন্দ ভক্তৰ ঘৰৰ পৰা নানা মাঙ্গল্য কৰি প্ৰভুক আনি ৰজাই দামোদৰ ধাম সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে। প্ৰভুৱে তিৰোধান কাললৈ ইয়াতেই আছিল; তিৰোধানৰ পাচত ইয়াৰ নাম হয় বৈকুণ্ঠপুৰ।

কোচ বেহাৰ ভ্ৰমণকাৰীৰ পৰা জনা যায় যে, বৈকুণ্ঠপুৰ সত্ৰ বা দামোদৰ ধাম আৰু দামোদৰপুৰ ধাম এক নহয়; দুখন পৃথক সত্ৰ। এই দুখন সত্ৰ পৃথক হোৱাৰ এটা কিংবদন্তী আছে। তাৰ মানুহে কয় যে, দেৱ দামোদৰ গুৰুৱে পোন প্ৰথমতে কোচ বেহাৰলৈ আহি চহৰৰ ২½ মাইলমান দূৰত তোৰ্ষা নদীৰ পাৰত প্ৰথমতে বাহৰ পাতিছিল। তেতিয়াৰ ৰজা লক্ষ্মী নাৰায়ণে সেই সময়ত টান নৰিয়াত আক্ৰান্ত আছিল। কিন্তু দেৱ দামোদৰ গুৰুৰ আগমনত আৰু তেৰাৰ আশীৰ্ব্বাদত ৰজাই আচৰিত ধৰণে আৰোগ্য লাভ কৰিছিল। গুৰুজনাৰ এই অলৌকিক মাহাত্ম্যত ৰজাই নিজে অতি মুগ্ধ হয় আৰু গুৰুজনাৰ সেৱা-শুশ্ৰূষা আৰু ধৰ্ম্ম চৰ্চ্চাৰ বাবে ৩৭৭ বিঘা মাটি দান দি তাৰ চাৰিওফালে ওখ আৰু ডাঙৰ গড় বান্ধি দি তাত সত্ৰ পাতি দিছিল। কোচ বেহাৰৰ লোক প্ৰবাদ মতে এই গড় বিশ্বকৰ্ম্মাই এক ৰাতিৰ ভিতৰতে সজাই দিয়া বুলি শুনা যায়।

# দেৱ দামোদৰ গুৰু

এক সময়ত দেৱ দামোদৰ গুৰুৱে তোৰ্ষা নদীত স্নান কৰিবলৈ গৈছিল আৰু তাত স্নান কৰা সময়ত নদীত এটা শিলা চতুৰ্ভুজ বিষ্ণু-মূৰ্ত্তি পাই তাক নদীৰ পাৰত তুলি থৈ স্নানান্তে সত্ৰলৈ আহি চাৰিজন ভকতক সেই মূৰ্ত্তিটো সত্ৰলৈ লৈ আহিবলৈ আদেশ দিয়ে। কিন্তু চাৰিওজন ভকতে একেলগে সেই মূৰ্ত্তিটো লবা-বকে নোৱাৰাত গুৰুজনাই অকলে সেই মূৰ্ত্তিটো সত্ৰলৈ লৈ আহিছিল। গুৰুজনাৰ এই শক্তি দেখি সৰ্ব্বসাধাৰণ মানুহ আৰু ভক্তই আচৰিত হৈছিল। দেৱ দামোদৰ গুৰুৰ এনেকুৱা আৰু অসংখ্য অলৌকিক শক্তি, অসা-ধাৰণ ক্ষমতা আৰু ঐশ্বৰিক প্ৰতিভা দেখি সেই সত্ৰখন লোকে লোকাৰণ্য হৈ পৰিছিল। এই সত্ৰখনৰ নাম আছিল দামোদৰপুৰ ধাম। এই সত্ৰৰ উপাস্য দেৱতা 'মদন গোপাল'। এই সত্ৰখনত অত্যাধিক লোকৰ সমাগমৰ বাবে গুৰুজনাই অস্বস্তি বোধ কৰিছিল আৰু তেতিয়া ৰজাই এই দামোদৰপুৰ ধামৰ পৰা প্ৰায় ৭ মাইল মান দূৰত ভিতৰুৱা ঢাপ নামে ঠাইত মাটি দান দি গুৰুজনাক সত্ৰ পাতি দিছিল। এই সত্ৰতে গুৰু-জনা বৈকুণ্ঠি হৈছিল আৰু শেষত এই সত্ৰখনেই বৈকুণ্ঠ-পুৰ সত্ৰ বুলি জনাজাত হৈছিল। বৈকুণ্ঠপুৰ সত্ৰ বা দামোদৰ ধাম সত্ৰৰ বিগ্ৰহ হৈছে 'বৈকুণ্ঠ নাথ'। বৰ্ত্ত-

মানে দামোদৰপুৰ ধাম সত্ৰ তোৰ্ষা নদীৰ গৰ্ভত। এই সত্ৰখন নদীয়ে খহাই নিয়াত ইয়াৰ বিগ্ৰহ 'মদন গোপাল' কোচ বেহাৰ চহৰৰ শ্ৰীযুত ৰজনীকান্ত গোস্বামীৰ গোঁসাই ঘৰত এতিয়া ৰখা হৈছে।

দেৱ দামোদৰ গুৰুৱে ভিতৰুৱা ঢাপৰ দামোদৰ ধামত থাকি মহা পয়োভৰে দ্বাদশ প্ৰসঙ্গ নাম-কীৰ্ত্তন কৰি থকা সময়ত কোচ বেহাৰৰ অনেক পণ্ডিত, ব্ৰাহ্মণ, ৰাজবিষয়া আৰু অন্যান্য লোকে তেওঁৰ ধৰ্ম্ম চৰ্চা দেখি আৰু যুক্তিপূৰ্ণ উপদেশ আৰু মিষ্ট ভাষণত আকৃষ্ট হৈ জাকে জাকে আহি চৰণত নত হৈ শৰণ ধৰ্ম্ম গ্ৰহণ কৰি নিজকে কৃতকৃত্য জ্ঞান কৰিছিল। স্বয়ং ৰজা আৰু ৰাজ পৰিয়ালৰ ভালেখিনি লোকেই প্ৰভুৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। গুৰুলীলাত আছে:—

ৰাজাৰ কুমাৰ বৰবৰুৱা বিস্তৰ।
তেলী, মালী, কামাৰ, কুমাৰ নিৰন্তৰ॥
বনীয়া, চাৰাল, নট, নৰ্ত্তকী প্ৰভৃতি।
হৰিত সমুখ ভৈলা চাৰিবিধ জাতি॥
স্ত্ৰী, বৈশ্য, শূদ্ৰ সবো হৰি পৰায়ণ।
কৰিলন্ত যাতো প্ৰভু হৰি নিমগণ॥

নীলকণ্ঠৰ চৰিত্ৰত আছে:—

দেশ বিদেশৰ কত ছোট বৰ জন।
দামোদৰ পাৱে আমি লৈলেক শৰণ॥

লক্ষ্মী নাৰায়ণ পুত্ৰ পত্নী যত যত।
লৈলেক শৰণ দামোদৰ চৰণত ॥ ৫১৫

এইদৰে কোচ বেহাৰ ৰাজ্যত মহা পয়োভৰে ৬/৭ বছৰ কাল ভাগৱতী নাম-ধৰ্ম্ম প্ৰচাৰ কৰি থকাৰ পাচত প্ৰভুৰ অন্তিম কাল উপস্থিত হয়।

The Cooch Behar state and its Land Revenue settlements compiled by Harendra Narayan Choudhury B. L., Settlement Naib Ahilkar, Cooch Behar, with an introduction by Rai Bahadur Calica Dass Dutta C. I. E, Dewan of the state published in 1903 কিতাপ খনৰ ৬ষ্ঠ অধ্যায়ৰ ২৩৫ পৃষ্ঠাত আছে:—

Owing to the persecution of Parikshitnarayan, king of Assam, Deva Damodar, the renouned Vaishnava preacher of Assam, and a contemporary of Chaitanya Dev, had to leave his native land. He found refuge in Cooch Behar where the Maharaja accorded him a splendid reception. Lakshmi Narayan did great honour to the

saint, by whom he was iniciated into the Vishnu Mantra. Damodar thus became the Raja-Guru, which place of honour was held by the Damodara-panthi Goswamis after him for about a century, until they were ousted by the father of the regicide Ramananda, and Shakti worship was re-established in the Royal family. The DHAMA of Damodarpur was established by the Maharaja sometime in the second decade of the sixteenth century of the Saka era, where the Vaishnava preacher lived until his death in 1520 Shakabda ( 1598 A.D),83.

83. শ্রীকৃষ্ণো নিজধামগোঽখিল জনান্ দৃষ্টাতু
পাপাশয়ান্ ।
সৎধর্ম্ম প্রথনেচ্ছয়া কলিযুগে দামোদৰাখ্যো ঽভবৎ ।
শাকে দিঙমনু সংখ্যয়া বিগণিতে ধর্ম্মান্ জনান
গ্রাহয়ণ্ ।
শাকে খংকৰ বাণচন্দ্ৰ গণিতেঽগচ্ছৎ পুনর্ধাম সঃ ॥

# অন্তিম কাল।

দেৱ দামোদৰ গুৰু জগন্নাথ মহা প্ৰভুৰ প্ৰপন্ন ভক্ত আছিল। পুৰীৰ পৰা প্ৰাপ্ত বাসুদেৱ মূৰ্ত্তিয়ে আছিল তেওঁৰ আৰাধ্য দেৱতা। দেৱ দামোদৰ গুৰুৰ প্ৰয়াণৰ আগে আগে পুৰীৰ প্ৰধান পাণ্ডাই স্বপ্নাদিষ্ট হৈ তেওঁ লৈ জগন্নাথ মহা প্ৰভুৰ মহাপ্ৰসাদ, গঙ্গোদক, অক্ষয় বটৰ পত্ৰ প্ৰভৃতি দি দুজন পাণ্ডাক কোচ বেহাৰলৈ পঠিয়ায়। গুৰুৱে সেইবোৰ বস্তু পাই নিজৰ অন্তিম-কাল জানিব পাৰিলে আৰু কোচ বেহাৰ সত্ৰৰ ভক্ত-গণক মাতি আনি একত্ৰ কৰি যাতে তেওঁৰ অবৰ্ত্ত-মানতো সত্ৰৰ মৰ্য্যদা ৰাখি চলিব পাৰে তাৰ বাবে নানা সদুপদেশ দি তেওঁৰ অবৰ্ত্তমানে বলদেৱত সত্ৰৰ ভাৰ দি তাৰ পাচত পৰমানন্দই সেই ভাৰ গ্ৰহণ কৰিব লাগিব বুলি সকলোকে ধৰ্ম্মৰ বন্তি গছি অক্ষয়ভাৱে জ্বলাই ৰাখিবলৈ পৰামৰ্শ আৰু আদেশ দিয়ে।

দেৱ দামোদৰ গুৰু ভকত সকলৰ প্ৰতি কেনে দয়ালু আছিল তাক তেওঁৰ অন্তিম কালত দিয়া উপ-দেশৰ পৰা সহজে বুজিব পৰা যায়। গুৰুলীলাত তাৰ এটি প্ৰাণস্পৰ্শী বিবৰণ আছে :—

প্ৰথমতে পৰ্ব্বানন্দ দেৱক মাতিয়া ।
বোলন্ত শুনিও পৰ্ব্বানন্দ মন দিয়া ॥ ৭৮৪
হৰিসেৱা সাধন পুস্তক সমস্তয় ।
ইদানিক যেনমতে ৰাখা মহাশয় ॥
আমাৰ পাচত তুমি সাম্বৰি ৰাখিবা ।
যেখন সময়পৰে বাজ কৰি দিবা ॥ ৭৮৫
শুনা বলৰাম মম আজ্ঞাক পালিবা ।
দুখীয়া ভক্তক মোৰ পুথিক শুনাবা ॥
পিতৃ মাতৃ ভাৰ্য্যা বন্ধু সবাকো তেজিয়া ।
হৰি কথা ৰস লোভে আছয় আসিয়া ॥ ৭৮৬
শুনিও কমলাকান্ত আতা মহাজন ।
দুখীয়া ভক্তক মোৰ কৰিবা পালন ॥
খাইলে নখাইলে সুখ দুখ জিজ্ঞাসিবা ।
দেহ নিৰ্ব্বাহৰ পদে চাউল কানি দিবা ॥
আৰু এক খানি বাক্য আমাৰ ৰাখিবা ।
কদাচিতো ইটো থান খানিক নেৰিবা ॥
যদি একো প্ৰকাৰে থাকিবে নপাৰাহা ।
তেবে একো দোষ নাই যাইবা মন যথা ।
তৈত বহু প্ৰসঙ্গক কৰিবা সৰ্ব্বথা ॥ ৭৯২

প্ৰভুৰে তেওঁৰ অন্তিম কালত দিয়া ধৰ্ম্মোপদেশ সম্বন্ধে নীলকণ্ঠৰ চৰিত্ৰত আছে ঃ—

ভাৰ্য্যা পুত্ৰ ধন দেহ প্ৰপঞ্চ সকল।
আনোতৃষ্ণা এৰি মন কৰিবা উজ্জ্বল॥
পৰমাত্মা গুৰু নিজ উপদেশ দাতা।
শৰণ পশিয়া পাই ভকতিৰ মাতা॥ ৬৬৬
কৃষ্ণ মূৰ্ত্তি হৃদয়ৰ সদা নুগুচয়।
কৃষ্ণ নাম গুণ গাৱে আনন্দ হৃদয়॥
ভকতিৰ প্ৰসাদত কৃষ্ণ বশ্য হোন্ত।
সদায় ভক্তক কৃষ্ণ ৰাখিয়া ফুৰন্ত॥ ৬৬৮
মনবস্থ কৰি যিটো নামক ভজয়।
নাম সিদ্ধ ভৈলে সিটো কৃষ্ণক পাৱয়॥ ৬৬৯
যেন কোন পুৰুষক ডাকে কোন প্ৰাণে।
নাম সুমৰন্তে হৰি আসয় তেখনে॥
নৰদেহা নৌকা দৃঢ় গুৰু কৰ্ণধাৰ।
কৃষ্ণ অনুকূল বায়ু তৰাৱে সংসাৰ॥
তাত কিছু তোমৰা সংশয় নকৰিবা।
হৰি গুৰু নাম ভক্তি এক কৰি লৈবা॥ ৬৭২

গুৰুৱে নব বিধ ভগৱদ্ভক্তি সম্বন্ধে দঢ়াই দঢ়াই উপদেশ দিছিল:—

নব বিধ ভক্তি এক কৃষ্ণত কৰিবা।
লোকক তাৰিবা আপুনিও নিস্তাৰিবা॥ নীলকণ্ঠ।

দেৱ দামোদৰ গুৰুৱে নৱ নিৰ্ম্মিত দামোদৰ ধাম সত্ৰত সাত বছৰ কাল মহা পয়োভৰে কোচ বেহাৰ ৰাজ্যত ধৰ্ম্ম চৰ্চ্চা কৰি আছিল। ***

# একাদশ অধ্যায়।

## *প্ৰভুৰ দেহত্যাগ।*

১৫২০ শকৰ বৈহাগ মাহ। অমাবস্যা তিথি পাচ দিছে মাথোন। আগদিনা অমাবস্যাৰ নিশি পালন কৰি থাকি প্ৰভুৱে অলপ অসুস্থ হোৱাত নিজে সেই দিনা আহি প্ৰসঙ্গত উপস্থিত হব পৰা নাছিল। প্ৰসঙ্গ চলি থকা অবস্থাতে প্ৰভুৱে নিজ বাহাৰ পৰা ভক্ত এজন পঠাই প্ৰসঙ্গ সামৰিবৰ হলনে বুলি বলদেৱক সোধালে। তাৰ উত্তৰত জানিব পাৰিলে যে তেতিয়াও ভাগৱতৰ দহোটি শ্লোক বাকী আছে। ইয়াৰ অলপ পাচতে আন এজন ভক্তই আহি একে কথাকে সোধাত পৰ্ব্বানন্দৰ অনুৰোধক্ৰমে ভাগৱতৰ ছয়টি শ্লোক বাকী থকা স্বত্বেও বলদেৱে পাঠ সম্বৰণ কৰি গৈ দেখে যে প্ৰভুৱে যোগাসনত বহিবৰ উপক্ৰম কৰিছে। এই হৃদয় বিদাৰক দৃশ্য দেখি ভক্তবৃন্দই হুক্ হুক্কৈ কান্দিব ধৰিলে। প্ৰভুৱে সকলোকে সান্ত্বনা কৰি বলদেৱক আৰু পৰ্ব্বা-

নন্দক সত্ৰৰ ভাৰ গতাই দি পুৰীৰ পৰা পঠিওৱা মহা প্ৰসাদ আৰু গঙ্গোদক পান কৰি ১১০ বছৰত নশ্বৰ তনুত্যাগ কৰিলে। বংতি (ভেৰসি) নদীৰ পাৰতে প্ৰভুৰ দেহ ভস্ম কৰি তেওঁৰ লগত থকা ভতিজাক পাঠক চন্দ্ৰই অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলে।

দেৱ দামোদৰ গুৰু গুৰুগীতাত গুৰুৰ যিবিলাক লক্ষণ আৰু গুণৰ উল্লেখ আছে সেই সকলোবোৰৰে আকৰ স্বৰূপ আছিল। যথাস্থানত সেইবোৰ উল্লেখ কৰি অহাৰ বাবে তাক ঢ়ুনাই দোহৰা নহল।

দেৱ দামোদৰ গুৰুৰ প্ৰথম আৰু প্ৰধান বাৰজন শিষ্যৰ নাম এইদৰে পোৱা যায়ঃ—"পাচে কপিল মুনিক, শ্ৰীকৃষ্ণক, ●(১) কৃষ্ণদেৱক, ভগবানক, নাৰায়ণক, বংশী গোপালক, আধাৰ যদুমণিক, শঙ্কৰ্ষণক, গোপাল মিশ্ৰক, সৰু গোপালক, (২) ভাগৱত মিশ্ৰক, সনাতনদেৱক শৰণ কৰাই হৰিনাম দি শৰণ পটলক্ৰমে শিষ্য ভজাইবে দিলা।"

প্ৰধান ধৰ্ম্মাচাৰ্য্য সকল হৈছেঃ— পূবত বংশী গোপালদেৱ, পশ্চিমত বলদেৱ, উত্তৰত ভগবানদেৱ, দক্ষিণত সন্ত (সনাতন) দেৱ আৰু মেৰু (কেন্দ্ৰ) বা মধ্যখণ্ডত ভাগৱত ভট্টাচাৰ্য্য বা ভট্টদেৱ।

---

●(১) এওঁ ভতিজাক আৰু পোমৰা সত্ৰ স্থাপন কৰ্ত্তা (২) এওঁ গীতা আৰু ভক্তিবিবেক পদ কৰ্ত্তা গোবিন্দ মিশ্ৰৰ



দেৱ দামোদৰ গুৰুৰে তোৰ্মা নদীৰ পৰা উদ্ধাৰ কৰি
দামোদৰপুৰ ধামত স্থাপন কৰা শিলা চতুভূজ মূৰ্ত্তি



তোৰ্মা নদীয়ে খহাই নিয়া দামোদৰপুৰ ধামৰ
স্থান ( বৰ্ত্তমান তোৰ্মা নদীৰ মাজত )



বৈকুণ্ঠপুৰৰ (ভিতৰুৱা ধাপ) দেৱ দামোদৰ গুৰুৱে
স্নান কৰা পুখুৰী আৰু মহাপ্ৰয়াণ ক্ষেত্ৰ।



বৈকুণ্ঠপুৰৰ বংতি (ভেৰদি) নদীৰ পাৰত
দেৱ দামোদৰ গুৰুৰ সৎকাৰৰ স্থান।

তেওঁৰ লগত সদায় থকা ভক্ত শিষ্য বাৰ জন হৈছে :—●(৩) ৰামৰায়, (৪) কৃষ্ণানন্দ, ৰামানন্দ, হৰি আতা, ৰঘুনাথ মিশ্ৰ, জগন্নাথ, ৰামদাস, বিষ্ণু দাস, পয়োনিধি, ৰাতুল চৰণ, মধু আৰু পৰ্ব্বানন্দ।

# পৰিশিষ্ট।

## *দামোদৰীয়া সত্ৰ সমূহ।*

১। পাটবাউসী সত্ৰ :—এই সত্ৰক দেৱ দামোদৰ গুৰুৰ "আদি ধাম" (মেৰু বা মূল সত্ৰ) বোলে। তেৰাই নিজ কল্পনাৰে ১৪৬২ শকতে এই সত্ৰ স্থাপন কৰে। ভকতসকলৰ সামূহিক আৰাধনা, দৈনন্দিনৰ নাম-প্ৰসঙ্গাদি সত্ৰৰ প্ৰকাণ্ড হৰিমন্দিৰ বা কীৰ্ত্তন ঘৰৰ ভিতৰত হৈছিল। এই কীৰ্ত্তন ঘৰৰ বেৰ নাছিল। কীৰ্ত্তন ঘৰৰ পূবফালে কীৰ্ত্তন ঘৰত লগাকৈ মণিকুট গৃহ। ইয়াতে বিগ্ৰহ আৰু থাপনাৰ বস্তু থাকে। সত্ৰৰ বিগ্ৰহ

---

ভায়েক। এওঁৰেই সাত্বততন্ত্ৰৰ পদ কৰ্ত্তা ● ৩) এওঁ চৰিত্ৰ লিখক ৰামৰায় নহয়, এওঁ শঙ্কৰদেৱৰ ভায়েক শতানন্দ দলৈ (৪) এওঁ দামোদৰ ব্যাখ্যান লিখক।

ওৱেষাৰ পৰা পোৱা বাসুদেৱ। কীৰ্ত্তন ঘৰ আৰু মণি-কূটৰ বাহিৰে তেতিয়াৰ উদাসীন ভকতৰ হাটী বান্ধা চাৰি হাটী বাহা ঘৰ আছিল। তাতে ভকতসকলে খোটালীয়ে খোটালীয়ে বাস কৰিছিল। কীৰ্ত্তন ঘৰৰ উত্তৰে দৌল মণ্ডপ আৰু পশ্চিমে বাটচৰা বা কৰাপাট। ভট্টদেৱে উদাসীন প্ৰথা উঠাই দিয়াৰ পাচত পূৰ্ব্ব পৰিস্থিতিৰো পৰিবৰ্ত্তন ঘটে।

সত্ৰৰ মঠঃ—আহোম ৰজা প্ৰমত্ত সিংহই স্বপ্না-দিষ্ট হৈ ১৬৬৯ শঁকত পাটবাউসীৰ গুৰুৰ বাসস্থানত এটি মঠ সজাই দিছিল। ১৩০৪ চনৰ প্ৰবল ভূমি-কম্পত সেই মঠৰ বহুত ক্ষতি হয় আৰু তললৈ বহি যায়। বৰ্ত্তমান সেই মঠৰ ঠাইতে ৰাইজ আৰু চৰ-কাৰৰ সহায়ত আধুনিক ধৰণে নতুন মঠ সজা হৈছে। পাটবাউসীৰ দেৱ দামোদৰ গুৰুৰ সত্ৰৰ কীৰ্ত্তন ঘৰত দেৱ দামোদৰ গুৰু, শঙ্কৰদেৱ আৰু হৰিদেৱ এই তিনিওজনা গুৰুৱে একত্ৰে বহি প্ৰসঙ্গ আৰু ধৰ্ম্মালোচনা কৰিছিল। সন্ত চৰিত্ৰত আছে :—

আৰু এক দিব্য থান     পাতিলেক ভগৱান
দেৱগৃহ সাজিলন্ত তথা।

সেহি দেৱ গৃহ বসি দামোদৰ মহাযশী
কহে বেদ পুৰাণৰ কথা ॥
হৰি গুৰু দ্বিজবৰ আসয় তথাক লাগি
শঙ্কৰ আসন্ত সেহি থান।
যেন ব্ৰহ্মা বিষ্ণু হৰ একত্ৰ থানত বসি
ত্ৰিজগত কৰয় পালন ॥

গুৰুলীলাত আছে ঃ—

ভকতি ভাণ্ডাৰ স্থান পাটবাউসা
সমস্তৰে বন্দ্য স্থান।
শঙ্কৰ মাধৱ ৰাম দামোদৰ
তাৰাৰ তেজে নিৰ্ম্মাণ ॥

দামোদৰ ধাম, বৈকুণ্ঠপুৰ সত্ৰ ঃ— দেৱ দামোদৰ গুৰু কোচ বেহাৰত থকা সময়ত লক্ষ্মী নাৰায়ণ ৰজাই তৰুৱা ঢাপ আৰু ভিতৰুৱা ঢাপৰ মাজৰ ঠাই খণ্ডত জাবৰ কায়স্থৰ হতুৱাই পাটবাউসীৰ মূল সত্ৰৰ আহিত এই সত্ৰ নিৰ্ম্মাণ কৰাই দিয়ে। প্ৰভু ইয়াতে বৈকুণ্ঠি হোৱাত ইয়াৰ নাম বৈকুণ্ঠপুৰ হয়। তেৰাৰ পাচত বলদেৱ আৰু পৰ্ব্বানন্দদেৱ এই সত্ৰৰ সত্ৰাধিকাৰ হয়। তাৰ পাচত বনমালীদেৱ কিছুকাল অধিকাৰ হৈ থাকি পুৰীলৈ যায় আৰু তাৰ পৰা অসম ৰজা জয়ধ্বজ

সিংহৰ আমন্ত্ৰণক্ৰমে তেওঁ উজনীলৈ যায়। তাতে ৰজাই দক্ষিণপাট নামে ঠাইত এখন সত্ৰ নিৰ্ম্মাণ কৰাই দিয়ে।

## সৌমাৰৰ চাৰি সত্ৰ।

দেৱ দামোদৰ গুৰুৰ আদেশক্ৰমে বংশী গোপালদেৱ আৰু যদুমণি উজনী অসমলৈ গৈ তাত ধৰ্ম্মৰ হাট পাতিলে। তেওঁলোকে নিজে উজনী খণ্ডত কেবাখনো সত্ৰ স্থাপন কৰে; আৰু বংশী গোপালদেৱৰ আজ্ঞা পোৱা ৪৫ জন মেধিয়ে ৪৫ খন সত্ৰ বিভিন্ন ঠাইত স্থাপন কৰে। এইদৰে উজনী খণ্ডত পবিত্ৰ ভাগৱতী ধৰ্ম্মৰ চল বৰ ধৰে।

দেশত হাজাৰ হাজাৰ লোকে ভাগৱতী ধৰ্ম্ম গ্ৰহণ কৰাত দেৱ-দেৱীৰ পূজা-পাতল ক্ৰমে কমি আহে; আৰু বৈষ্ণৱ সকলে বেগাৰ বোৱা কাম কৰিবলৈ অসম্মত হয়। সেই সময়ত লগনীয়া লোকৰ কথাত বিশ্বাস কৰি আহোম ৰজাই মহন্ত সকলক উৎপীড়ন কৰা আৰম্ভ কৰে। বংশী গোপালদেৱ এই উৎপীড়নৰ সময়ত বেলেগ বেলেগ ঠাইত ঘূৰি ফুৰিব লগীয়াত পৰিছিল। পাচত যেনিবা ৰাজ ৰোষৰ অন্তত সত্ৰত ধৰ্ম্ম প্ৰচাৰৰ পুনৰ সুবিধা পাইছিল।

বংশী গোপালদেৱৰ পৰলোকৰ পাচত তেওঁৰ ধৰ্ম্মপুত্ৰ (ভাতিজাক) মিশ্ৰদেৱ বা মিছিৰ গোসাঁই কুৰুৱাবাহী সত্ৰত সত্ৰাধিকাৰ হৈছিল। প্ৰতাপ সিংহ ৰজাৰ দিনত আকৌ বৈষ্ণৱ নিগ্ৰহ আৰম্ভ হয় আৰু সেই সময়ত মিশ্ৰদেৱ ৰাজ ৰোষত পৰি তনুত্যাগ কৰিব লগীয়া হয়।

এই বৈষ্ণৱ নিৰ্য্যাতনৰ সময়ত আহোম ৰাজ্যত নানা অমঙ্গল ঘটিবলৈ ধৰে। লেঠেৰি নিছিগা প্ৰবল ভূমিকম্প, আকাল আৰু অনাবৃষ্টিত ৰজা প্ৰজা সকলোৰে শঙ্কিত হৈ পৰে। তেতিয়া জয়ধ্বজ সিংহ ৰজাই বৈষ্ণৱ নিৰ্য্যাতনৰ প্ৰায়শ্চিত্ত স্বৰূপে গালপুৰ ঘাটত বৈদিক যজ্ঞ পাতি তালৈ মিশ্ৰদেৱৰ বংশীয়ক বিচাৰ কৰাত মিশ্ৰদেৱৰ ভাৰ্য্যাই তেওঁৰ পুত্ৰবো ৰাজ সান্নিধ্যত কিবা অমঙ্গল ঘটিব পাৰে বুলি নিজ সন্তান দুটিক লুকুৱাই ৰাখি তেতিয়াৰ সত্ৰৰ পাঠক আৰু পৰিচালক নিৰঞ্জন বাপুক ৰাজ সভালৈ পঠিয়ায়। মিশ্ৰদেৱৰ নাবালক পুত্ৰ ৰামকৃষ্ণ আৰু কৃষ্ণচন্দ্ৰ কুৰুৱা-বাহীতে থাকে।

জয়ধ্বজ সিংহ ৰজাই মহা পয়োভৰে যজ্ঞ কৰি নিৰঞ্জন বাপুত শৰণ লয় আৰু মাজুলীত বনৰীয়া আউনী পাণৰ আটী কাটি তাতে "আউনীআটী সত্ৰ"

পাতি বহুতো মাটি, বৃত্তি আৰু পাইক ভকত দি এই সত্ৰ স্থাপনা কৰে।

নিৰঞ্জনদেৱক ৰজাই আউনীআটী সত্ৰ পাতি দিয়াত তেওঁৰ আজ্ঞা মতে মিশ্ৰদেৱৰ পুত্ৰ ৰামকৃষ্ণদেৱক ৰজাই "কুৰুৱাবাহীতে" জাকজমককৈ সত্ৰ পাতি দি বহুত মাটি, বৃত্তি, ভকত, আদি দান কৰিলে।

কুৰুৱাবাহীত জয় হৰিদেৱ আৰু ৰামকৃষ্ণদেৱৰ মাজত অলপ মনোমালিন্য ঘটিছিল। মিশ্ৰদেৱৰ পৰলোকৰ সময়ত ৰামকৃষ্ণদেৱ নাবালক আছিল। তেওঁ আৰু বংশী গোপালদেৱৰ থুৱাক পৰমাইৰ নাতি জয়হৰিদেৱে সত্ৰৰ কাম চলাইছিল। জয়হৰিদেৱৰ পৰলোকৰ পাচত তেওঁৰ পুত্ৰ লক্ষ্মী নাৰায়ণদেৱেও কুৰুৱাবাহীতে আছিল। কুৰুৱাবাহীৰ পৰা গৈ লক্ষ্মী নাৰায়ণে গড়মুৰ সত্ৰ পাতে। মিশ্ৰদেৱৰ অন্যজন পুত্ৰ কৃষ্ণচন্দ্ৰই ডিফলুত সত্ৰ পাতি থাকে।

জয়ধ্বজ সিংহ ৰজাই ভাটীয়াপাৰত এটা বৃহৎ পুখুৰী খনাই তাত পানী উলিয়াব পৰা নাছিল। বহুতে আশৈশৱ ধৰ্ম্মপৰায়ণ বনমালীদেৱে সেই কামৰ উপযুক্ত বুলি ৰজাক জনোৱাত ৰজাই তেওঁৰ বিচাৰ লয়। সেই সময়ত বনমালীদেৱ কোচ বেহাৰৰ দেৱ দামোদৰ গুৰুৰ বৈকুণ্ঠপুৰ ধামৰ সত্ৰাধিকাৰ পদত অধিষ্ঠিত আছিল।

ৰজাই তেওঁক কোচ ৰাজ্যৰ পৰা নিজ ৰাজ্যলৈ নিয়ায়। বনমালীদেৱে যথা বিধি পুখুৰী উছর্গা কৰিলত পুখুৰী পানীৰে উপচি পৰিল। দেৱৰ অলোকিক শক্তি দেখি ৰজা আচৰিত হল আৰু মহা পয়োভৱে মাটি, বৃত্তি আৰু ভকত আদি দান দি "দক্ষিণপাট সত্র" পাতি দিয়ে।

আহোম ৰজাৰ ৰাজত্বকালত সোমাৰ খণ্ড (উজনী অসম)ত এই চাৰি খনেই প্রধান আৰু ৰাজদৰবাৰত প্রথম মান পোৱা সত্র। এই চাৰিখন সত্রক উজনীৰ চাৰি সত্র বোলে আৰু ইয়াৰ সত্রাধিকাৰ সকলে ৰাজ সভাত প্রথম শ্রেণীৰ সত্র হিচাবে মান পাই আহিছে।

## বর্ণানুক্রমে দামোদৰীয়া সত্র সমূহ

অগ্নিশালা:—কামৰূপ জিলাৰ নলবাৰী অঞ্চলৰ বাঁহজানী মৌজাৰ নিজ বাঁহজানী গাওঁত অবস্থিত। কাৰো কাৰো মতে এই সত্র বিদ্যাবাগীশ ব্রহ্মচাৰীৰ দ্বাৰা স্থাপিত। কোনো কোনোৰ মতে চান্দকুছিৰ বুজৰবৰুৱা বংশৰ ৰত্নমল্ল বুজৰবৰুৱাৰ পৃষ্ঠপোষকতাত স্থাপিত হৈ বজালীৰ পৰা বিদ্যাবাগীশক নি পূজা প্রসঙ্গৰ ভাৰ দিছিল। বিদ্যাবাগীশৰ পাচত নর্দ্দিৰ

লক্ষ্মীদেৱ শৰ্ম্মাক সেই ভাৱ দিয়ে। বক্তমল্ল বুজৰবৰুৱাই আহোমৰাজ প্ৰমত্ত সিংহৰ পৰা সত্ৰৰ নামত ধৰ্ম্মোত্তৰ মাটি আৰু ভকত লোৱাই দিছিল।

আউনীআটী :—ইয়াৰ বিৱৰণ আগতে দিয়া হৈছে। এই সত্ৰৰ কেবাখনো শাখা সত্ৰ আছে। শ্ৰীশ্ৰী৺ কমল-দেৱ অধিকাৰৰ দিনত উত্তৰ গুৱাহাটীতো একে নামৰ এখন সত্ৰ পাতে।

আজাৰা সত্ৰ :— কামৰূপৰ পুব পাৰ মৌজাত অৱস্থিত।

আঠগাওঁ সত্ৰ :— কামৰূপৰ পুব পাৰ অঞ্চলত অৱস্থিত।

আধাৰ :—বংশী গোপালদেৱৰ লগত যদুমণিদেৱে উভতি যোৱাৰ পাচত শিৱসাগৰ জিলৰা মাজুলীত এই সত্ৰ স্থাপন কৰে। একে নামৰ তিনিখন সত্ৰ আছে।

আমনি :—কামৰূপত আউনীআটীৰ শাখা সত্ৰ।

আমৰাঙ্গা :—কামৰূপৰ দক্ষিণ পাৰে। আচাৰ্য্য সন্তভূষণদেৱৰ দ্বাৰা স্থাপিত।

আম্ৰখোৱা :—বৰপেটা অঞ্চলৰ সৰু ক্ষেত্ৰী মৌজাত।

আলগা সত্ৰ :—কামৰূপৰ নলবাৰী অঞ্চলৰ বৰ-কুৰিহা গাওঁত অৱস্থিত। তিলাবায় পাটগিৰি নামে কোচ বেহাৰৰ ৰাজ কৰ্ম্মচাৰী এজনে দেৱ দামোদৰ

গুৰুত শৰণ লয়। তিলাবায়ৰ ধৰ্ম্মৰ প্ৰতি একান্ত ভকতি দেখি গুৰুৱে মেধি পাতি তেওঁক ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ অনুমতি দিয়ে; ভট্টদেবৰ হতুৱাই সত্ৰৰ আহিঁ আৰু শৰণ পটল দিয়ায়। সত্ৰৰ বিগ্ৰহ গোপীনাথ। সত্ৰৰ ৰাজদত্ত সম্পত্তি আৰু ভকত পাইক আদি বৰ্ত্তমান নাই। তিলাবায়ৰ বংশধৰগণে সত্ৰ চলাই আছে।

আহতগুৰি :—শিবসাগৰ জিলাৰ মাজুলীত দক্ষিণপাট সত্ৰৰ বনমালীদেৱৰ স্থাপিত সত্ৰ।

উলাবাৰী :—কামৰূপৰ নলবাৰী অঞ্চলৰ উলাবাৰী পাওঁত। নাৰদ নামে এজন অসমীয়া সন্ন্যাসীৰ দ্বাৰা স্থাপিত। কোনো কোনোৰ মতে দামোদৰী বাৰ সত্ৰৰ ভিতৰৰ।

উলুবাৰী :—কামৰূপৰ নলবাৰী অঞ্চলৰ উলুবাৰী সত্ৰ দেৱ দামোদৰ গুৰুৰ শিষ্য খুদিয়াৰ গোপাল মিশ্ৰৰ দ্বাৰা স্থাপিত। তেওঁ এই সত্ৰৰ ভাৰ ভায়েকক দি নিজে খুদিয়াৰ সত্ৰত থাকে। শিবসাগৰতো বলৰামৰ দ্বাৰা স্থাপিত এই নামৰ সত্ৰ এখন আছে।

এৰলীয়া বৰ সত্ৰ :—নগাওঁ জিলাত আউনীআটীৰ শাখা সত্ৰ।

ঔৰা :—শিবসাগৰ জিলাত বংশী গোপালদেৱৰ আজ্ঞাপৰ নিত্যানন্দ বাপুৰ দ্বাৰা স্থাপিত। ঔগুৰিও বোলে।

কঁহৰা :—এই সত্ৰ গুৱাহাটীৰ পৰা উত্তৰে—৮।৯ মাইল দূৰৈত। ইয়াৰ বিগ্ৰহ বাসুদেৱ। এই সত্ৰ বৰপেটাৰ বাদে শিলাৰ সহযোগী।

কুন্দবাবাৰী :—দেৱ দামোদৰ গুৰুৰ পূৰ্ব্বখণ্ডৰ ধৰ্ম্মাচাৰ্য্য বংশী গোপালদেৱৰ দ্বাৰা স্থাপিত। তেওঁৰে বংশীয় লোক অধিকাৰ হৈ আছে। শিৱসাগৰ আৰু নগাওঁ জিলাত এই সত্ৰ অৱস্থিত। সত্ৰৰ বিগ্ৰহ মদন গোপাল। বাজ ৰোষত পুৰণি সত্ৰ নষ্ট পোৱাত জয়ধ্বজ সিংহ মহাৰজাই নকৈ পাতি দিয়ে। সোমাৰৰ চাৰি সত্ৰৰ অন্তৰ্গত গৃহী সত্ৰ।

কাহীকুছি :—লক্ষীমপুৰ জিলাত দেৱ দামোদৰ গুৰুৰ পূৰ্ব্বখণ্ডৰ ধৰ্ম্মাচাৰ্য্য বংশী গোপালদেৱৰ দ্বাৰা স্থাপিত। বৌদ্ধৰ দৌৰাত্ম্যত ইয়াৰ পৰা গৈ কলাবাৰীত সত্ৰ পাতে।

কাঠসমুৰি :— গোৱালপাৰা জিলাৰ অভয়াপুৰীৰ ওচৰত। দেৱ দামোদৰ গুৰুৰ ভতিজা মুকুন্দদেৱৰ বংশৰ।

কোচদিগা :— বৰপেটা অঞ্চলৰ সৰিহ মৌজাত কৃষ্ণপতি শৰ্ম্মাৰ দ্বাৰা স্থাপিত।

কৈহাটী :—কামৰূপত কৃষ্ণ বাপুৰ দ্বাৰা স্থাপিত।

কাৰৈমাৰী :—কামৰূপ জিলাত গোপাল বাপুৰ স্থাপিত সত্ৰ।

কুলহাটী :—কামৰূপ জিলাৰ হাজো অঞ্চলত।

কহৰা :—বৰপেটা অঞ্চলৰ কালদিয়া নদীৰ পাৰত উত্তৰ দিশৰ ধৰ্ম্মাচাৰ্য্য ভগৱানদেৱৰ গোবিন্দপুৰৰ শাখা সত্ৰ আছিল। কাৰহান্নাও বুলিছিল।

কুমাৰকুচি, কদমতলি :—দুয়োখন কামৰূপ জিলাত।

কলাবাৰী :— দৰং জিলাৰ বনমালীদেৱৰ জন্ম স্থানত এই সত্ৰখন বনমালীদেৱে নিজে স্থাপন কৰিছিল। সত্ৰত মঠ-মন্দিৰ আৰু ভকতৰ হাটী আছে। চক্ৰধ্বজ সিংহ ৰজাৰ দিনত ভূমি, পাইক, ভকত আদি দান কৰে, আৰু চতুৰ্ভুৰ্জ বাসুদেৱ মূৰ্ত্তি প্ৰতিষ্ঠা কৰায়।

কামপুৰ :—নগাওঁ জিলাৰ গড়মূৰ সত্ৰৰ পৰা বঢ়া সত্ৰ।

কচাৰীপাৰ :—নগাওঁ জিলাৰ চকলা ঘাটৰ এই সত্ৰ খন দক্ষিণপাট সত্ৰৰ আজ্ঞাপৰ। কচাৰী ৰজা কৃষ্ণ চন্দ্ৰই দক্ষিণপাট সত্ৰৰ বিষ্ণু চন্দ্ৰদেৱক গুৰু মানি এই সত্ৰ স্থাপন কৰাই মাটি-বৃত্তি দান দিছিল।

কামদেৱাল : বংশী গোপালদেৱ আজ্ঞাপৰ ৪৫ জন মেধিৰ ভিতৰৰ গোবিন্দ (ৰামচন্দ্ৰ) বাপুৰে এই সত্ৰ স্থাপন কৰে।

কাৰহানা ঃ–গোবিন্দপুৰ সত্ৰৰ এমাইলমান পুবে কালদিয়া নদীৰ পাৰত। এইথন দেৱ দামোদৰ গুৰুৰ উত্তৰ দিশৰ আচাৰ্য্য শিষ্য ভগৱানদেৱৰ স্থাপিত সত্ৰ আছিল। এই সত্ৰ নদীয়ে খহাই নিছে। ইয়াৰ বৰ্ত্তমান নাম কহৰা।

কৃষ্ণাইখাট ঃ—নগাওঁত আউনীআটীৰ শাখা সত্ৰ।

কেন্দুকুচি ঃ–কামৰূপৰ বঙ্গিয়া অঞ্চলৰ কাছিমপুৰত। এই সত্ৰখন দেৱ দামোদৰ গুৰুৰ শিষ্য গোপাল মিশ্ৰ কবিৰত্নৰ খুদিয়া সত্ৰৰ শাখা। সত্ৰৰ নিষ্পিখেৰাজ মাটি আছে।

কেওটকুচি ঃ—বৰপেটাৰ ৩ মাইল পুবে; ভট্টদেৱৰ দদায়েকৰ নাতিয়েক মুকুন্দদেৱৰ দ্বাৰা স্থাপিত। সত্ৰৰ ভূমি সম্পত্তি আৰু ভকত আদি আছিল।

কোচনা বা কচিনা ঃ—কামৰূপৰ বৰপেটা অঞ্চলত। সক ক্ষেত্ৰী মৌজাৰ খাৰশঠা নদীৰ উত্তৰ পাৰত ভগৱানদেৱৰ গোবিন্দপুৰ সত্ৰৰ শাখা সত্ৰ। এই সত্ৰৰ ধৰ্ম্মোত্তৰ মাটি নিযুৰা গাওঁত আছে। ভুঁইকঁপৰ সময়ত সত্ৰ ডুব যোৱাত গোসাঁই সকল টিহুৰ নাম্নাটাৰী গাওঁত আছে।

কুমটিবাৰী (গোপালপুৰ) ঃ—কামৰূপৰ বঙিয়া অঞ্চলত। খুদিয়া সত্ৰৰ শাখা সত্ৰ।

কমলা থান (সিঙ্গৰা সত্ৰ):— কামৰূপত দেৱ দামোদৰ গুৰুৰ কায়স্থ শিষ্য মনোহৰদেৱৰ দ্বাৰা স্থাপিত। ভুঁইকঁপত সিঙ্গৰা বিলত পৰিণত হৈছে। বৰ্ত্তমান চিহ্নৰ ওচৰৰ হাড়িভাঙ্গা আৰু মাথি বাহাত নতুনকৈ স্থাপিত হৈছে। সত্ৰৰ নিম্পিথেৰাজ মাটি আছিল।

কুণ্ডাৰবাৰী:— দৰং জিলাৰ হলেশ্বৰ মৌজাত, আউনীআটী সত্ৰৰ শাখা সত্ৰ।

কন্দলি সত্ৰ:—গোলাঘাট অঞ্চলত, অনন্তকন্দলিৰ দ্বাৰা গড়মূৰৰ আজ্ঞাৰে স্থাপিত।

কলিয়াবৰ:—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ কৃষ্ণ শ্ৰবনীৰ দ্বাৰা স্থাপিত।

কুকুৰ কটা:—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ নাৰায়ণ বাপুৰ দ্বাৰা স্থাপিত।

কাৰী গাওঁ:—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ শ্ৰীধৰ ভাৰতীৰ দ্বাৰা স্থাপিত।

কলবৰীয়া:—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ চিদানন্দ বাপুৰ দ্বাৰা স্থাপিত।

কেনিয়াল:—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ মোহন বাপুৰ দ্বাৰা স্থাপিত।

কৰাই খোৰা:— বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ কণ্ঠী বাপুৰ দ্বাৰা স্থাপিত।

ককিলা ধেমাজি ঃ—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ হৰিচৰণ বাপুৰ দ্বাৰা লক্ষীমপুৰ জিলাত স্থাপিত।

কাকৈয়াল ঃ—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ ৰামচৰণ বাপুৰ দ্বাৰা স্থাপিত।

খিদিৰ পুথুৰী ঃ— কামৰূপৰ দক্ষিণ পাৰত সন্ত-ভূষণৰ দ্বাৰা স্থাপিত।

খুদীয়া ঃ— কামৰূপৰ নলবাৰী অঞ্চলত। দেৱ দামোদৰ গুৰুৰ অন্যতম প্ৰধান শিষ্য মধ্য কামৰূপত ধৰ্ম্ম প্ৰচাৰৰ বাবে আদেশ পোৱা আচাৰ্য্য ঘোষাৰত্ন ৰচয়িতা গোপাল মিশ্ৰ কবিৰত্নৰ দ্বাৰা স্থাপিত। সত্ৰৰ বিগ্ৰহ শ্যামৰায়। সত্ৰৰ ধৰ্ম্মোত্তৰ মাটি আৰু পাইক ভকত আদি আছে। ইয়াৰ কেবাখনো শাখা সত্ৰ আছে।

খৰঙী ঃ—নগাওঁ জিলাত, বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ কৃষ্ণানন্দ বাপুৰ দ্বাৰা স্থাপিত।

খেহেনীপাৰা ঃ-কামৰূপৰ বংশৰ মৌজাত অৱস্থিত।

খটিয়ামাৰী ঃ— কামৰূপৰ দক্ষিণ পাৰত, দেৱ দামোদৰ গুৰুৰ বংশীয় সত্ৰ।

খটৰা ঃ— বাসুদেৱৰ দ্বাৰা স্থাপিত। কামৰূপ আৰু দৰঙ্গত।

গোবিন্দপুৰ ঃ—কামৰূপৰ বজালী অঞ্চলত। দেৱ দামোদৰ গুৰুৰ উত্তৰ দিশৰ ধৰ্ম্মাচাৰ্য্য ভগবানদেৱৰ

দ্বাৰা স্থাপিত। এওঁ গুৰুৰ আজ্ঞাৰে নিমেষা (নিমুৰা) কাৰহান্না (কহৰা) প্ৰভৃতি সত্ৰ স্থাপন কৰিছিল। গোবিন্দপুৰেই প্ৰধান সত্ৰ। সত্ৰৰ বিগ্ৰহ শ্যামৰায়। সত্ৰ স্থাপনৰ শঁক ১৪৭০। সত্ৰত ধৰ্ম্মোত্তৰ মাটি, পাইক, ভকত আদি আছে। এই নামৰ উত্তৰ লক্ষীমপুৰত আউনীআটীৰ শাখা সত্ৰ এখনো আছে।

গৰপুখুৰীয়াঃ বংশী গোপালদেৱৰ আজ্ঞা পোৱা মেধি হৰি বাপুৰ দ্বাৰা শিৱসাগৰ জিলাত স্থাপিত।

গোপীবল্লভ, গোপাল সত্ৰ ঃ—দুয়োখন কামৰূপত।

গোসাই বৰি ঃ—গোৱালপাৰা জিলাত।

গড়মুৰ ঃ—শিৱসাগৰ জিলাৰ মাজুলীত। সোঁমাৰৰ চাৰি সত্ৰৰ ভিতৰৰ।

গৰৈমাৰী ঃ- কামৰূপৰ দক্ষিণ পাৰে চমৰীয়াৰ ওচৰত। দেৱ দামোদৰ গুৰুৰ দক্ষিণ ফালৰ আচাৰ্য্য সন্তভুষণদেৱে গৰৈমাৰী, আমৰাঙা অ.ক খিদিৰ পুখুৰী আদি সত্ৰ স্থাপন কৰিছিল।

গোপালপুৰ ঃ -দক্ষিণপাট সত্ৰত কেতিয়াবা কেতিয়াবা বৰকৈ বানপানী হোৱাত চক্ৰধ্বজ সিংহ ৰজাই গোপাল বা বংশী বদন বিগ্ৰহে সৈতে বনমালীদেৱক এই সত্ৰ পাতি দি মাটি বৃত্তি দান দিছিল। কামৰূপৰ কুমাটিমাৰি সত্ৰৰো আন এটা নাম গোপালপুৰ। গোৱাল-

পাৰাতো একে নামৰ সত্ৰ এখন আছে।

গোপাল থান :—কামৰূপ জিলাৰ নলবাৰী অঞ্চলত।

গুইয়া :— কামৰূপ জিলাত গৰুড়ধ্বজৰ দ্বাৰা স্থাপিত।

গুৱাবাৰী :—কামৰূপ জিলাত অৱস্থিত।

গুইমাৰা :—কামৰূপৰ পলাশবাৰীৰ প্ৰায় ৬ মাইল পশ্চিমে। সত্ৰৰ ধৰ্ম্মোত্তৰ মাটি আছে। কৃষ্ণগিৰিৰ দ্বাৰা স্থাপিত।

গোবিন্দ মিশ্ৰ (হোৰোসা) :—সম্ভৱতঃ ভট্টদেৱৰ প্ৰিয় শিষ্য গীতা আৰু ভক্তিবিবেকৰ পদ লিখক গোবিন্দ মিশ্ৰৰ দ্বাৰা স্থাপিত। ৰাজদত্ত মাটি বৃত্তি আছে। নগাঁও জিলাত অৱস্থিত।

গৌৰাঙ্গ সত্ৰ :-শিৱসাগৰৰ গোলাঘাট মহকুমাত আউনীআটী সত্ৰৰ পৰা বঢ়া সত্ৰ।

ঘাৰমৰা সত্ৰ :—আধাৰ যদুমণিদেৱৰ দ্বাৰা স্থাপিত। এই সত্ৰত বহুতো জনজাতীয় লোক শিষ্য আছে। সত্ৰৰ বিগ্ৰহ ভুবন মোহন। এই সত্ৰ লক্ষীমপুৰ জিলাত।

ঘূৰীয়াগঞা সত্ৰ :—শিৱসাগৰৰ চাওখাট মৌজাৰ ৰংদৈত অৱস্থিত। বংশী গোপালদেৱৰ আজ্ঞাপৰ হৰি মিশ্ৰই এই সত্ৰ স্থাপন কৰে।

চামেৰি :—কামৰূপ জিলাত কৃষ্ণদেৱৰ দ্বাৰা স্থাপিত।

চক্ৰৱৰ্ত্তী থানঃ- কামৰূপ জিলাত বাপু ভাৰতীৰ দ্বাৰা স্থাপিত।

চকলাঃ- দৰং আৰু শিৱসাগৰ জিলাত বংশী গোপালদেৱৰ আজ্ঞা পোৱা মোহন বাপুৰ দ্বাৰা স্থাপিত।

চিকাৰপুৰঃ—কামৰূপ জিলাত।

চাপুখুৰিঃ—কামৰূপ জিলাৰ গুৱাহাটী এলেকাত।

চৰ সত্ৰঃ- দেৱ দামোদৰ গুৰুৰ উদাসীন ভক্ত শিষ্য অৰ্জ্জুনদেৱৰ দ্বাৰা স্থাপিত সত্ৰ। কোচ বেহাৰৰ পৰা বলদেৱৰ ভায়েক গোপীনাথ আহি অৰ্জ্জুনদেৱৰ লগত সখিত্ব কৰি ইয়াত কিছুদিন আছিল।

চাবিভিয়াল ঃ- শিৱসাগৰ জিলাৰ চাওখাট মৌজাত। বংশী গোপালদেৱৰ পৰা আজ্ঞা পোৱা সত্ৰ।

চেংলাইঃ— বংশী গোপালদেৱৰ আজ্ঞা পোৱা কৃষ্ণদেৱৰ দ্বাৰা স্থাপিত নগাওঁৰ শালমৰাত অৱস্থিত।

চাবিসত্ৰীয়াৰ খাটঃ—নগাওঁ জিলাত চাবি সত্ৰৰ কিছুমান শাখা সত্ৰ আছে। বেলেগ নামত কেবাখনো এনে খাট আছে।

চিন্তামণিঃ—কামৰূপ জিলাত চিন্তামণিদেৱৰ দ্বাৰা স্থাপিত।

চমাৰকুচি (বটাকুচি)ঃ—কামৰূপৰ বজ্ৰিয়া অঞ্চলত। ভগৱানদেৱৰ স্থাপিত। দামোদৰ ধামৰ ওচৰত।

চাঁপামূৰি :- কামৰূপৰ পলাশবাৰীৰ ওচৰত। মুৰাৰী মিশ্ৰদেৱ স্থাপিত।

চিলা :- কামৰূপত আছিল। বৰ্ত্তমানত জনা নাযায়।

চাৰিং :-শিৱসাগৰত। বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ বৰাগী বাপুৰ দ্বাৰা স্থাপিত।

চিনাতলীয়া :-শিৱসাগৰত। বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰকৰ হৰিচৰণ বাপুৰ দ্বাৰা স্থাপিত।

ছত্ৰপুৰ :-কামৰূপত অৱস্থিত।

জাতকৰা :- বনমালীদেৱ কোচ বেহাৰৰ পৰা ঘূৰি সোমাৰলৈ অহাৰ সময়ত প্ৰবাস খাটোতে বোৱা ঠাইত একোখন সত্ৰ হৈ পৰে। ইয়ো সেই সময়ৰ সত্ৰ। শিৱসাগৰ আৰু কামৰূপ জিলাত অৱস্থিত।

জাল কুৰিয়া :-শিৱসাগৰ জিলাৰ যোৰহাট অঞ্চলত। আধাৰ যজ্ঞমণিৰ পৰা বঢ়া সত্ৰ।

জখলাবন্ধা :- নগাওঁ জিলাৰ এই সত্ৰৰ আদি পুৰুষ কণৌজ দেশীয় দামোদৰ। তেওঁৰ দৌহিত্ৰে পৰমানন্দদেৱে এই সত্ৰ স্থাপন কৰে। কোচ বেহাৰৰ পৰ্ব্বানন্দদেৱৰ ভ্ৰাতৃনাতি পুৰুষোত্তমো এই সত্ৰত কিছুদিন আছিল। বনমালীদেৱে ৰাজ দৌৰাত্ম্যত ভাটীলৈ যোৱাৰ সময়ত ইয়াত কিছুদিন ৰৈ গৈছিল। ভাটীৰ

পৰা ঘূৰি আহোঁতে ইয়াৰ ওচৰতে পুনঃ কিছুদিন থাকি দেৱৰ সত্ৰ পাতি গৈছিল। ই এখন উন্নত সত্ৰ। সত্ৰত ৰাজদত্ত ভূ-সম্পত্তি আৰু পাইক ভকত আছে। সত্ৰৰ বিগ্ৰহ গোবিন্দ। কলিয়াবৰ আৰু নগাওঁ চহৰত দুখন সত্ৰ চলি আছে।

জয়ন্তিপুৰ :—কামৰূপ জিলাত অৱস্থিত।

জামুগুৰি :—এই সত্ৰখন জখলাবন্ধাৰে এটা ঠালে পাতিছে।

জাগী সত্ৰ :—নগাওঁ জিলাত আউনীআটীৰ শাখা সত্ৰ।

জোৰাৰ দি (জৰ্দ্দি) :— কামৰূপ জিলাৰ নলবাৰী অঞ্চলত।

জিয়ামৰা :—বংশী গোপালদেৱৰ ৪৫ জন প্ৰচাৰক মেধিৰ জয়ৰাম বাপুৰ দ্বাৰা স্থাপিত।

ঝাউবাৰী :—কামৰূপৰ বৰপেটা অঞ্চলত। দেৱ দামোদৰ গুৰুৰ বংশীয় ধনদেৱ গোস্বামীৰ দ্বাৰা স্থাপিত।

ঝাৰবাৰাদি :—কামৰূপৰ বৰপেটা অঞ্চলত। দেৱ দামোদৰ গুৰুৰ বংশীয় ভৱদেৱৰ দ্বাৰা স্থাপিত। সত্ৰৰ মাটি বৃত্তি আছে। বৰ্ত্তমান বঙ্গাইগাওঁ আৰু নগাওঁত।

ঝাঞ্জৰ সত্ৰ :—বৰপেটা অঞ্চলৰ নগাওঁত অৱস্থিত। প্ৰতাপ সিংহ স্বৰ্গদেৱৰ সময়ত সত্ৰত মাটি বৃত্তি পাইক ভকত আদি দান দিছিল।

টকৌবাৰী :—কামৰূপ জিলাৰ গুৱাহাটীত এইখন দক্ষিণপাট সত্ৰৰ শাখা সত্ৰ। বনমালীদেৱে কোচ বেহাৰৰ পৰা উজনীলৈ যোৱাৰ সময়ত প্ৰবসুৰা ঠাইত স্থাপিত সত্ৰ।

ডেবেৰাপাৰ :— দেৱ দামোদৰ গুৰুৰ উজনীৰ ধৰ্ম্মাচাৰ্য্য বংশী গোপালদেৱে স্থাপিত এই সত্ৰ শিৱসাগৰ আৰু লক্ষীমপুৰ দুয়ো জিলাতে আছিল।

ডিফলু :—বংশী গোপালদেৱৰ খুৰাক ধৰ্ম্মাইৰ নাতি মিশ্ৰদেৱৰ দ্বিতীয় পুত্ৰ কৃষ্ণ চন্দ্ৰই কুৰুৱাবাহীৰ ককায়েক ৰামকৃষ্ণদেৱৰ পৰা আঁতৰি গৈ ডিফলুত নিজাকৈ সত্ৰ পাতে। মানৰ উপদ্ৰৱৰ সময়ত এটি ঠাল আহি দৰং জিলাতো একে নামে সত্ৰ পাতি থাকে।

ডোখোৰা মুখ :—আধাৰ যদুমণিদেৱৰ আজ্ঞাপৰ সত্ৰ।

ডোখোৰা মুৰীয়া :— মাহৰা সত্ৰৰ মেধিৰ দ্বাৰা স্থাপিত।

ডিমু সত্ৰ :—কামৰূপৰ ৰঙিয়াৰ ওচৰত।

ঢাপলীয়া :— বংশী গোপালদেৱে ধৰ্ম্ম প্ৰচাৰৰ বাবে নিযুক্ত কৰা ৪৫ জন মেধিৰ ভিতৰৰ ভবানন্দ ৰাপুৰ দ্বাৰা শিৱসাগৰ জিলাত স্থাপিত সত্ৰ।

ঢকুৱাখানা :—বংশী গোপালদেৱৰ আজ্ঞাপৰ অৰ্জ্জুন দেউৰীৰ দ্বাৰা স্থাপিত।

চাপকটা :—বংশী গোপালদেৱৰ আজ্ঞাৰে শিৱসাগৰ জিলাত বৰ মুকুন্দ বাপুৰ দ্বাৰা স্থাপিত।

চিং সত্ৰ :—নগাওঁ জিলাত আউনীআটী সত্ৰৰ আজ্ঞাৰে স্থাপিত শাখা সত্ৰ।

তুলসী থান :—দেৱ দামোদৰ গুৰুৰ আজ্ঞা পোৱা মনোহৰ কায়স্থৰ দ্বাৰা স্থাপিত।

তিতাম :—বংশী গোপালদেৱৰ আজ্ঞাপৰ ৪৫ জন মেধিৰ গোবিন্দ বাপুৰ দ্বাৰা স্থাপিত।

তামোলবাৰী :—বংশী গোপালদেৱৰ আজ্ঞাৰে নাৰায়ণ কৰুণা বাপুৰ দ্বাৰা স্থাপিত।

দক্ষিণপাট :—জয়ধ্বজ বজাই বনমালীদেৱক ভাটীৰ পৰা নিয়াই মহাপয়োভৰে এই সত্ৰ পাতি দিয়ে। ই চাৰি সত্ৰৰ ভিতৰৰ এখন প্ৰধান সত্ৰ। সত্ৰৰ বিগ্ৰহ যাদৱ ৰায়। এই সত্ৰ উদাসীন আৰু গৃহস্থী দুই ভাগত বিভক্ত। আগতে বিৱৰণ দিয়া হৈছে।

দুৰামাৰি :—দেৱ দামোদৰ গুৰুৰ শিষ্য মধুৰাম দেৱে গুৰুৰ পাদুকা লৈ উজনীত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ গৈ ১৫১৫ শঁকত পাদুকা, বংশীবদন বিগ্ৰহ আৰু কথা ভাগৱতেৰে লক্ষীমপুৰ জিলাৰ দিবাক নৈৰ পাৰত এই সত্ৰ স্থাপন কৰিছিল। মান-ভগনত তাৰ পৰা শিৱসাগৰ জিলাৰ নাজিৰা অঞ্চলৈ আহিছে।

দিচৈ ঃ—বংশী গোপালদেৱৰ আজ্ঞাপৰ কৃষ্ণচৰণ বাপুৰ দ্বাৰা স্থাপিত।

দেৰগাওঁ ঃ— বংশী গোপালদেৱৰ আজ্ঞা পোৱা ৪৫ জন মেধিৰ ভিতৰৰ ভাৰতী বাপুৰ দ্বাৰা শিৱসাগৰ জিলাত এই সত্ৰ স্থাপিত হয়।

দিগা ঃ কামৰূপ জিলাৰ বজালী অঞ্চলত দেৱ দামোদৰ গুৰুৰ আজ্ঞাৰে স্থাপিত। কোচ দিগাও বোলে। সত্ৰৰ ধৰ্ম্মোত্তৰ মাটি বৃত্তি আছে।

দিহাজাও ঃ—বংশী গোপালদেৱৰ আজ্ঞাপৰ শিঙাল মিশ্ৰৰ দ্বাৰা স্থাপিত।

দ্বাৰকায়া ঃ—বংশী গোপালদেৱৰ আজ্ঞাৰে কাম-দেউ বাপুৰ দ্বাৰা স্থাপিত।

দিখৌমুখ ঃ—বংশী গোপালদেৱৰ আজ্ঞাৰে ৰঘুপতি বাপুৰ দ্বাৰা স্থাপিত।

দেৱানন্দ ঃ—দৰং জিলাৰ মঙ্গলদৈ অঞ্চলৰ হিন্দু-ঘোপা মৌজাত থকা এই সত্ৰৰ আদি স্থাপন কৰ্ত্তা ৰমা-নন্দ ব্ৰহ্মচাৰী। ৰমানন্দৰ পাচত ভট্টদেৱৰ আজ্ঞাৰে অনুমান ১৫৩৫ শঁকত কমলদেৱক সত্ৰৰ অধিকাৰৰ পদ দিয়া হয়। অনন্ত শয্যাত চতুৰ্ভুজ মুৰ্ত্তি সত্ৰৰ থাই বিগ্ৰহ। ৰাজদত্ত ভুমি সম্পত্তি আছে।

দেৱৰ সত্ৰ ঃ—জয়ধ্বজ সিংহ স্বৰ্গদেৱে বনমালী-দেৱক কোচ বেহাৰৰ পৰা বৰণ কৰি নিয়া পথত নগাওঁ

জিলাত জিবণি লোৱা ঠাইতে এই সত্ৰ স্থাপিত হৈছে। দেৱে নিজে স্থাপন কৰাৰ পৰা এই সত্ৰৰ নাম দেৱৰ সত্ৰ হৈছে। সত্ৰৰ বিগ্ৰহ নৃসিংহ আৰু বাসুদেৱ। ৰাজ প্ৰদত্ত ভূমি আদি আছে। ইয়াক দক্ষিণপাটৰ শাখাও বুলিব পাৰি।

ডিচিয়াল ঃ— দৰং জিলাৰ কলংপুৰত। বংশী গোপালদেৱৰ আজ্ঞা পোৱা সত্ৰ।

দমদমা ঃ—কামৰূপ জিলাৰ হাজো অঞ্চলত।

ডিহিনা ঃ—কামৰূপ জিলাৰ হাজো অঞ্চলত।

ডিপোটা ঃ— দৰং জিলাৰ তেজপুৰ অঞ্চলত। দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰ সহদেৱ গোসাঁয়ে পাতে। সত্ৰত বাসুদেৱ বিগ্ৰহ আৰু ধৰ্ম্মোত্তৰ মাটি আছে।

দামোদৰ ধাম ঃ—কামৰূপ জিলাৰ বৰভাগ অঞ্চলৰ পাণ্ডুলা গাওঁত। এই সত্ৰখন নতুনকৈ পতা হৈছে। দেৱ দামোদৰ গুৰুৰ বংশীয় বৰপেটা অঞ্চলৰ মগাওঁৰ গোবিন্দদেৱ গোস্বামীয়ে স্বপ্নাদিষ্ট হৈ কোচ বেহাৰৰ পৰা প্ৰভু দামোদৰৰ এপাতি পাদুকা আনি দেৱ দামোদৰ গুৰু ভটীয়াই আহি প্ৰথমে ৰোৱা ঠাইত প্ৰথমৰ ভিঠা সত্ৰ নাম দি বৰ্ত্তমানৰ কোচৰ ভিঠা গাওঁত ৰাখিছিল। পাচত তেওঁৰ শিষ্য আৰু কিছুমান ধৰ্ম্ম প্ৰাণ লোকে তাৰ পৰা সেই পাদুকা নি পাণ্ডুলাত

স্থাপন কৰে। এই সত্ৰ ন্যাসৰক্ষী সমিতিৰ দ্বাৰা পৰিচালিত। গোবিন্দদেৱ গোস্বামী থকাত তেৰেঁই আৰু তেওঁৰ মৃত্যুৰ পাচত তেওঁৰ পুত্ৰ শ্ৰীগঙ্গাধৰ গোস্বামীয়ে ন্যাসৰক্ষীৰ সভাপতি হয়। ইয়াতে মহা মহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ পাণিনিটোল আছে।

ধুৰকুচি :—কামৰূপ জিলাৰ বৰভাগ অঞ্চলত।

ধমধমা :—এই সত্ৰও নলবাৰী অঞ্চলত।

ননবা :—কামৰূপ জিলাৰ পাতি দৰং অঞ্চলৰ কমলপুৰৰ ওচৰত। খুদিয়াৰ শাখা সত্ৰ।

নীলপুৰ :—কামৰূপৰ ওপৰ বৰভাগ মৌজাত গৃহী ব্ৰাহ্মণৰ সত্ৰ। খুদিয়া সত্ৰৰে সম্পৰ্কিত।

নগাওঁ :— কামৰূপৰ বৰপেটা অঞ্চলত। দেৱ দামোদৰ গুৰু হাজোৰ পৰা ভটীয়াই আহি প্ৰথমে ইয়াতে জিৰণি লৈছিল। দেৱ দামোদৰ গুৰুৰ বংশীয় মুকুন্দদেৱৰ বংশৰ।

নিমেষা (নিমুৰা) :—উত্তৰ দিশৰ আচাৰ্য্য ভগবানদেৱৰ স্থাপিত আছিল। বৰ্ত্তমান নাই।

নমাটি :—বৰপেটা অঞ্চলৰ হাউলী মৌজাত। ভট্টদেৱ বংশীয় মুকুন্দদেৱ স্থাপিত।

নওটা সত্ৰ :—নগাওঁ জিলাৰ বহা অঞ্চলত আউনী-আটীৰ শাখা সত্ৰ।

নহিৰা সত্ৰ ঃ—কামৰূপ জিলাৰ ৰামপুৰৰ ওচৰত। দেৱ দামোদৰ গুৰুৰ দক্ষিণ কুলৰ আচাৰ্য্য সহদেৱৰ বংশীয় বিষ্ণুদেৱৰ দ্বাৰা স্থাপিত।

ন সত্ৰ ঃ—এই একে নামৰ তিনিখন সত্ৰ আছে। এখন শিৱসাগৰ জিলাৰ গোলাঘাট অঞ্চলৰ দেৰগাওঁত। সম্ভৱতঃ বংশী গোপালদেৱৰ আজ্ঞা পোৱা। বাকী দুয়োখন কামৰূপ জিলাৰ বৰপেটা অঞ্চলত। তাৰে এখন মনোহৰ কায়স্থৰ স্থাপিত। দ্বিতীয় খন বৰপেটা, গণককুচি, কুমাৰকুচি আৰু পাটবাউসীৰ মাজত। ইয়াত থকা বাসুদেৱ মূৰ্ত্তি নলবাৰী অঞ্চলৰ এটা পুখুৰীত স্বপ্নাদিষ্ট হৈ পাইছিল। কোচ ৰজা নৰনাৰয়ণে মূৰ্ত্তিটো মাৰেৰে কোচ বেহাৰলৈ নিবৰ চেষ্টা কৰিছিল। পিচত বৰ্ত্তমান সত্ৰ বা থানৰ সমীপৰ পৰা কোনো পধ্যে নাও নচলা হোৱাত অগত্যা ৰজাই তাতেই দেৱগৃহ সজাই মূৰ্ত্তি প্ৰতিষ্ঠা কৰে। স্বৰ্গদেৱ শিৱসিংহৰ দিনত ৰঘুনন্দন চক্ৰবৰ্ত্তীক সত্ৰৰ মেধি পাতি মাটি বৃত্তি দান দিয়ে। তাৰ পাচত নৰোৱাৰ মহন্তই সেই মূৰ্ত্তি সেৱা কৰিবলৈ আহি মুগ্ধ হৈ মূৰ্ত্তিটো নৰোৱালৈ নিয়ায়; কিন্তু ৰৰফুকনে এই কথাৰ গম পাই মূৰ্ত্তিটো নৰোৱাৰ পৰা অনাই কিছুদিন পাণ্ডুত ৰখাই পুনৰ পূৰ্ব্ব ঠাইত থাপন কৰে। ৰঘুনন্দনৰ বংশধৰ সকলেই

সত্ৰৰ মেধিৰ পদ পাইছিল। এওঁলোক পল্লা সত্ৰৰ লগত সম্পৰ্কিত বুলি জনা যায়। এই সত্ৰ বাসুদেৱ থান নামে জনাজাত।

পাটবাউসী :— বৰপেটাৰ ওচৰৰ আগৰ ব্যাসপাৰা বা চন্দ্ৰাৱতীপুৰৰ এই সত্ৰখনেই দেব দামোদৰ গুৰুৰ প্ৰধান আৰু আদি সত্ৰ। ইয়াৰ বিৱৰণ আগতে দি অহা হৈছে।

পটিযনী : -শিৱসাগৰ জিলাৰ যোৰহাট অঞ্চলত। আথাৰ যদুমণিদেৱৰ পুত্ৰ পুৰ্ণানন্দৰ দ্বাৰা স্থাপিত।

পল্লা সত্ৰ : কামৰূপ জিলাৰ বৰপেটা অঞ্চলৰ সৰুক্ষেত্ৰী মৌজাত। ৰাজদত্ত ভু-সম্পত্তি আছে। ন-সত্ৰৰ মেধিৰ লগত সম্পৰ্কিত।

পলাসগুৰিৰ সত্ৰ :— কামৰূপ জিলাত। কাৰো কাৰো মতে গৰৈমাৰী সত্ৰৰে আন নাম।

পলাশবাৰী সত্ৰ :—কামৰূপ জিলাৰ পলাশবাৰীত। এইখন গৃহী ব্ৰাহ্মণৰ সত্ৰ। শ্ৰীহাটী সত্ৰৰ শাখা বুলি জনা যায়। সত্ৰত শ্যামৰায় বিগ্ৰহ আছে।

পাটকটীয়া :— বংশী গোপালদেৱৰ আজ্ঞাপৰ নিত্যানন্দ বাপুৰ দ্বাৰা স্থাপিত।

পালোৰা সত্ৰ :—দেব দামোদৰ গুৰুৰ আজ্ঞাৰে তেওঁৰ কায়স্থ মেধি মনোহৰদেৱৰ দ্বাৰা স্থাপিত। কামৰূপৰ ক্ষেত্ৰী পৰগণাত।

পচলা সত্ৰ :—কামৰূপ জিলাৰ বাৰ্মদিয়া অঞ্চলত।

পোৰাঢাপ :—কামৰূপ জিলাত।

পাকা সত্ৰ :— দেৱ দামোদৰ গুৰুৰ প্ৰথম বাৰ জন শিষ্যৰ কপিলদেৱ বা কপিল মুনিৰ দ্বাৰা স্থাপিত সত্ৰ। কামৰূপ জিলাৰ বৰপেটা অঞ্চলত আছিল। ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত পানীত তল যায়। সত্ৰৰ নিম্পিখেৰাজ মাটি প্ৰায় খহনিয়ে নষ্ট হৈছে। গোসাঁই সকল বৰ্ত্তমানত নানা ঠাইত আছে গৈ। সত্ৰ পাকাও বোলে।

পোমাৰা বা পোমাৰ :—দেৱ দামোদৰৰ আদি ধাম পাটবাউসীত ভট্টদেৱক অধিকাৰ পতাত ভক্তিজাক কৃষ্ণদেৱে অসন্তোষ কৰি পাটবাউসাৰ পৰা আঁতৰি গৈ এই সত্ৰ স্থাপন কৰিছিল। মোগলৰ আক্ৰমণৰ সময়ত পশাৰি বা পাণ্ডাৰ ভাঙালে এই সত্ৰ তুলি নিয়ে। কৃষ্ণদেৱৰ দদায়েক মুকুন্দদেৱেও এই সত্ৰতে আছিল। বৰ্ত্তমানত মুকুন্দদেৱৰ বংশীয় গোসাঁই সকল চিন ভিন হৈ পৰিছে। তাৰে এটি শাখা নগাওঁ জিলাৰ ৰঙা গাওঁত আছে। এটি বৰ্ত্তমান অভয়াপুৰীৰ ওচৰৰ কঠালমুখী সত্ৰ আছে। এটি বঙাইগাওঁত আন এটি কামৰূপৰ নগাওঁত আছে। এটি বেলসৰৰ শিঙিমাৰী গাওঁত আছে।

পহুমাৰা :—এই সত্ৰ শিৱসাগৰ জিলাত।

ফুলগুৰি :— মনোহৰ কায়স্থৰ দ্বাৰা স্থাপিত। গোৱালপাৰা জিলাত আছিল।

ফৰিংমিশ্ৰ সত্ৰ :- নগাওঁ জিলাৰ পুৰণিগুদাম অঞ্চলত।

ফুলবাৰী :-শিৱসাগৰ জিলাৰ টিয়কত। দক্ষিণপাট সত্ৰৰ সম্পৰ্কিত শাখা সত্ৰ।

ফুটুকা চাপৰি :—শিৱসাগৰ জিলাত।

বৈকুণ্ঠপুৰ :—দেৱ দামোদৰ গুৰু কোচ বেহাৰ ৰাজ্যলৈ যোৱাত কোচ বেহাৰৰ ৰাজা লক্ষ্মীনাৰায়ণে ভিতৰুৱা চাপ আৰু চাপৰ মাজ ঠাই খণ্ডত এই সত্ৰ প্ৰতিষ্ঠা কৰি দিছিল। প্ৰভুৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত প্ৰভুৰ সমাধি স্থানত আৰু এখন সত্ৰ পাতি দিয়ে। তেতিয়াৰ পৰা বৈকুণ্ঠপুৰ সত্ৰ নামে জনা যায়।

বৰ মাহৰা :- বংশী গোপালদেৱৰ সহকৰ্ম্মী যদুমণিদেৱ উজনী অসমলৈ গৈ মথিয়াছিগাৰ আথলীয়া গাওঁত মাজ জহাআটী নামে যি সত্ৰ স্থাপন কৰে তাকে মাহৰা সত্ৰ নামে জনা যায়। ইয়াৰ এখন লক্ষীমপুৰ জিলাত আৰু আন দুখন শিৱসাগৰ জিলাত আছে। মাহৰা সত্ৰৰ পৰা আউনীআটী সত্ৰলৈ ডেকা অধিকাৰ নিয়া নিয়ম আছে।

বৰাগী মঠ সত্ৰ :—আহোম ৰজা ৰুদ্ৰসিংহৰ উৎ-পীড়নত আউনীআটী সত্ৰৰ তেতিয়াৰ অধিকাৰ কেশৱদেৱে সদিয়াৰ হাবিত থাকোঁতে সেই ঠাইত এই সত্ৰ হয়।

বত্তাৰগঞা সত্ৰ :— শিৱসাগৰ জিলাৰ চাওখাট মৌজাত। বংশী গোপালদেৱৰ আজ্ঞা পোৱা ৪৫ জন প্ৰচাৰকৰ চতুৰ্ভুজ বাপুৰ দ্বাৰা স্থাপিত।

বেলতলা :—কামৰূপ জিলাৰ গুৱাহাটী অঞ্চলত।

বেল সিধিয়া :— শিৱসাগৰ জিলাৰ কমলাবাৰী মৌজাত। বংশী গোপালদেৱৰ আজ্ঞা পোৱা ৪৫ জন প্ৰচাৰকৰ নিত্যানন্দ বাপুৰ দ্বাৰা স্থাপিত।

বিষ্ণুপুৰ :—শিৱসাগৰ জিলাৰ ৰূপ কলিয়াত। বংশী গোপালদেৱৰ আজ্ঞাপৰ সত্ৰ। আন এখন বিষ্ণুপুৰ কামৰূপতো আছে।

বাদেশিলা :—কামৰূপৰ বৰপেটা অঞ্চলত। দেৱ দামোদৰ গুৰুৰ শিষ্য জয়ৰামদেৱৰ দ্বাৰা স্থাপিত। সত্ৰত নিম্পিখেৰাজ মাটি আছে। আন নাম কঁহৰা। ঘোষাৰত্নত জয়ৰামদেৱৰ নাম উল্লেখ আছে :—

সন্তৰূপে জয়ৰাম। সাধিলা মনৰ কাম। ৭২৪

বৰ্হমপুৰ :—নগাওঁ জিলাত।

বঘৰা ঃ—নগাওঁ জিলাৰ মৰিগাওঁ অঞ্চলত। কাম-ৰূপৰ খটিয়ামাৰীৰ গোসাঁই ভাগি গৈ এই সত্ৰ পাতে।

বৰবৰি ঃ—কামৰূপ জিলাৰ বৰিগোগ মৌজাত।

বাৰাংহাটী ঃ—কামৰূপ জিলাৰ পশ্চিম বৰিগোগ মৌজাত।

বান্দৰ খেল ঃ— বংশী গোপালদেৱৰ আজ্ঞাপৰ নিৰঞ্জনদেৱৰ দ্বাৰা স্থাপিত।

বিহামপুৰ ঃ—কামৰূপ জিলাৰ নলবাৰী অঞ্চলত। কণৌজৰ পৰা অহা ৰাম সৰস্বতীৰ বংশধৰ সন্তদেৱৰ দ্বাৰা স্থাপিত। শিৱসাগৰ জিলাতে এই নামৰ এখন সত্ৰ আছে।

বালিপৰা সত্ৰ ঃ—উত্তৰ দৰঙৰ বালিপৰীয়া ৰাইজে দক্ষিণপাট সত্ৰৰ কামদেৱ গোসাঁইৰ দ্বাৰা বাসুদেৱ মূৰ্ত্তি প্ৰতিষ্ঠা কৰি এই সত্ৰ স্থাপন কৰে। আহোম ৰজা ৰাজেশ্বৰ সিংহই বহুতো দেৱত্তোৰ মাটি দান কৰি দিছিল।

বালিকুচি ঃ—কামৰূপত অৰ্জ্জুনদেৱৰ দ্বাৰা স্থাপিত।

বালিকৰীয়া ঃ—কামৰূপ জিলাৰ বতাহগিলা মৌজাত।

বেজকুচি ঃ—এই সত্ৰ কামৰূপ জিলাৰ ৰঙ্গিয়া অঞ্চলত।

বাতাবাৰি ঃ— গোৱালপাৰা জিলাৰ অভয়াপুৰীৰ ওচৰত।

বঙ্গাইগাওঁ :—গোৱালপাৰা জিলাৰ বঙ্গাইগাওঁত। দেৱ দামোদৰ গুৰুৰ ভতিজা মুকুন্দদেৱৰ পৰা বঢ়া সত্ৰ। ঝাৰবাৰাদি সত্ৰৰ অংশ।

বংশৰ সত্ৰ :— কামৰূপ জিলাৰ উত্তৰ বংশৰ মৌজাত দক্ষিণপাটৰ পৰা বঢ়া সত্ৰ।

বৰকুৰিহা :—কামৰূপ জিলাৰ নলবাৰী অঞ্চলত।

বৰকাপলা :— বৰপেটা অঞ্চলত মনোহৰদেৱৰ স্থাপিত সত্ৰ।

বৰগাওঁ সত্ৰ :— দেৱ দামোদৰ গুৰুৰ ভ্ৰাতৃৰ পুত্ৰ শ্ৰীকৃষ্ণদেৱৰ আজ্ঞাপৰ সত্ৰ। পূব কামৰূপত।

বৰবাৰী সত্ৰ :—নগাওঁ জিলাত আউনীআটী সত্ৰৰ শাখা সত্ৰ। এই নামৰ সত্ৰ কামৰূপৰ পূব পাৰ অঞ্চলতো আছে।

বৰ মাখিবাহা :— কামৰূপ জিলাৰ টিহু অঞ্চলৰ সৎসঙ্গী সত্ৰ।

বাগদি :—কামৰূপ জিলাৰ সৰু ক্ষেত্ৰী মৌজাত দেৱ দামোদৰ গুৰুৰ শিষ্য ধৰাধৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা স্থাপিত। মাটি বৃত্তি আছে। আজিকালি ৰাউলীলৈ গৈছে।

বলিয়াগৰু সত্ৰ :— লক্ষীমপুৰ জিলাত, আউনীআটীৰ শাখা সত্ৰ।

বাৰেদলা :—পূব কামৰূপত থকা সত্ৰ।

বুড়চৰ :—গোৱালপাৰা জিলাৰ দলগোমা অঞ্চলত।

বিয়াহ (ব্যাস) কুচি :— ভট্টদেৱে পাটবাউসী সত্ৰত দামোদৰ পাটোৱাৰী নামে লোক এজনৰ অত্যাচাৰত বিৰক্ত হৈ বুঢ়ী লুইতৰ দাঁতিত এই সত্ৰ স্থাপন কৰে। কামৰূপত ইয়ো এখন প্ৰধান সত্ৰ। ব্যাসদেৱৰ সদৃশ ভট্টদেৱৰ স্থাপিত বাবে ব্যাসকুচি নাম হোৱা বুলি কয়।

ভৱদেৱ সত্ৰ :—দৰং জিলাৰ লোক্ৰাই মৌজাত। আগৰ দিনৰ ভু-সম্পত্তি নষ্ট হোৱাত সত্ৰাধিকাৰ সকলে নতুনকৈ মঠ আদি কৰি তাত বিগ্ৰহাদি ৰাখি আছে।

ভাগৱতী সত্ৰ :—নগাওঁ জিলাত আউনীআটীৰ শাখা সত্ৰ।

ভল্লুকাগুৰি :—কামৰূপ জিলাত।

ভুএগ্ৰাহাট :— শিৱসাগৰ জিলাত, আউনীআটীৰ পৰা বঢ়া সত্ৰ।

ভাগৰিবাৰী :— কামৰূপ জিলাত সন্তদেৱৰ দ্বাৰা স্থাপিত।

মধুমিশ্ৰ সত্ৰ :—শিৱসাগৰ জিলাৰ পুৰগুৰ যোগনীয়া মৌজাত। বংশী গোপালদেৱৰ আজ্ঞা পোৱা কৃষ্ণ ভাৰতীৰ দ্বাৰা স্থাপিত।

মাহৰা :—শিৱসাগৰ জিলাত আধাৰ যদুমণিদেৱৰ

দ্বাৰা স্থাপিত।

মনপুৰ :—কামৰূপ জিলাত।

মথুৰাপুৰ :—নগাওঁ জিলাত দক্ষিণপাটৰ শাখা সত্ৰ।

মাণিকপুৰ :—পূব কামৰূপত অৱস্থিত।

মুৰাৰি :—দৰং আৰু নগাওঁ জিলাত বংশী গোপাল-দেৱৰ আজ্ঞাপৰ সত্ৰ।

মনিয়ৰি :—কামৰূপৰ ছয়ানী মৌজাত। খটিয়া-মাৰীও বোলে।

মূৰীয়া বা মিচিৰ সত্ৰ :—শিৱসাগৰ জিলাত হৰি মিশ্ৰৰ দ্বাৰা স্থাপিত।

মণিপুৰ :— বংশী গোপালদেৱৰ আজ্ঞা পোৱা দয়াল বাপুৰ দ্বাৰা স্থাপিত।

মৌৰা :—কামৰূপ জিলাৰ নলবাৰী অঞ্চলত।

মাধপুৰ :—কামৰূপ জিলাত, সৎসঙ্গী সত্ৰ।

মানাৰা :—কামৰূপ জিলাৰ হাজো অঞ্চলত।

মাৰৈ :—পূব কামৰূপৰ সত্ৰ।

মালীবাৰী :—পূব কামৰূপত থকা সত্ৰ।

মাটিয়া :—গোৱালপাৰা জিলাত।

মুক্তাপুৰ :—কামৰূপ জিলাত দেৱ দামোদৰ গুৰুৰ ভ্ৰাতৃৰ পুত্ৰ শ্ৰীকৃষ্ণদেৱৰ আজ্ঞাপৰ সত্ৰ। ইয়াৰ বিগ্ৰহ অনন্ত।

মুৰ্চিদাবাদ ঃ—বঙ্গদেশৰ মুৰ্চিদাবাদ জিলাত। বনমালীদেৱ পুৰীৰ পৰা অহা পথত এই সত্ৰ স্থাপন কৰিছিল। আজিকালিও দক্ষিণপাটৰ শাখা হিচাবে চলি আছে।

মৈৰামাৰা ঃ—নমাটি সত্ৰৰ আন নাম।

মনোহৰ থান ঃ— কামৰূপৰ শিংৰাত মনোহৰ কায়স্থৰ দ্বাৰা স্থাপিত।

ৰাজাপুখুৰী ঃ—কামৰূপ জিলাৰ ছয়ানী মৌজাত সন্তদেৱৰ ভায়েক বলদেৱৰ দ্বাৰা স্থাপিত। স্বামীৰ মৃত্যুত তেওঁৰ পত্নীয়ে ব্ৰহ্মপুত্ৰত পৰি সতী গৈছিল বাবে সতীৰ থানো বোলে। এই সত্ৰত ভকত আৰু ধৰ্ম্মোত্তৰ ভূমি বঙ্গদেশৰ বাদচাহে দান কৰিছিল।

ৰাম লক্ষণ সত্ৰ ঃ—কামৰূপ জিলাত।

ৰণস্থলী ঃ— কামৰূপ জিলাত অৰ্জ্জুনদেৱৰ দ্বাৰা স্থাপিত।

ৰোচপুৰ ঃ— কামৰূপ জিলাত মাধৱৰ দ্বাৰা স্থাপিত।

ৰত্নপুৰ ঃ— শিৱসাগৰ জিলাত বংশী গোপালদেৱৰ আজ্ঞাপৰ পূৰ্ণানন্দ বাপুৱে স্থাপন কৰে।

ৰামৰায় কুঠি ঃ—কামৰূপ জিলাত।

ৰূপকলীয়া ঃ—শিৱসাগৰ জিলাত বংশী গোপালদেৱৰ আজ্ঞাপৰ বৰবাপুৱে স্থাপন কৰে।

বাউলী :- বৰপেটা অঞ্চলত আগৰ বাগদি সত্ৰ।

ৰামপুৰ :—কামৰূপ জিলাৰ হাজো অঞ্চলত।

লোচ :- দেব দামোদৰ গুৰুৰ উদাসীন ভক্ত শিষ্য অৰ্জ্জুনদেৱে কামৰূপত স্থাপন কৰে।

লিজুৰা :—বংশী গোপালদেৱৰ ৪৫ জন মেধিৰ হৰি বাপুৰে স্থাপন কৰে।

লাচি বিষ্ণুপুৰ :- কামৰূপ জিলাৰ বৰিগোগ মৌজাত।

লেংটা গোপীনাথ :—কোচ বেহাৰৰ পৰ্ব্বানন্দ দেৱৰ ভ্ৰাতৃ নাতি গোপীনাথ কোচ বেহাৰৰ পৰা উজনীলৈ আহোঁতে এই সত্ৰ স্থাপন কৰা বুলি জনা যায়।

লখীপুৰ :- কামৰূপ জিলাত পৰমানন্দদেৱৰ স্থাপিত।

শিলডুভী :—কামৰূপ আৰু নগাওঁ জিলাত শিৰো-মণিদেৱে স্থাপন কৰে।

শিল পোতা :- কামৰূপ জিলাত জয়হৰিদেৱৰ দ্বাৰা স্থাপিত।

শ্ৰীহাটী :—শুৱালকুচিৰ ওচৰত ৰূপনাৰায়ণৰ দ্বাৰা স্থাপিত। এই সত্ৰতো বঙ্গদেশৰ বাদচাহে ভূমি আৰু ভকত দান কৰিছিল।

শ্যামৰায় সত্ৰ :- কামৰূপ জিলাত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত ৰূপনাৰায়ণৰ ভায়েক শিবানন্দই স্থাপন কৰে।

শগুণ বাহী :—গোৱালপাৰা জিলাত।

শলগুৰি :— বংশী গোপালদেৱৰ আজ্ঞাৰ বিষ্ণু বাপুৰ দ্বাৰা স্থাপিত।

শালকোচা :—গোৱালপাৰা জিলাত।

শিঙৰা :— বৰপেটা অঞ্চলত মনোহৰ কায়স্থৰ দ্বাৰা স্থাপিত সত্ৰ। কমলাৰ থানো বুলিছিল। ভুঁই-কপত বিলত পৰিণত হৈছে।

শিঙিমাৰী :—কামৰূপ জিলাৰ নলবাৰী অঞ্চলত। দেৱ দামোদৰ গুৰুৰ ভতিজা মুকুন্দদেৱৰ পৰা বঢ়া।

শিয়ালমৰা :—শিৱসাগৰ জিলাত দক্ষিণপাট সত্ৰৰ আজ্ঞাপৰ সত্ৰ।

শাকবাৰী :— দক্ষিণপাট সত্ৰৰ বনমালীদেৱৰ স্থাপিত।

শিলাকটীয়া :—কামৰূপ জিলাত।

শিমলুগুৰি :—কামৰূপ জিলাত।

শ্ৰৱনী :— শ্ৰৱনী সত্ৰ কেবাখনো। এই সত্ৰ বিলাক বংশী গোপালদেৱৰ আজ্ঞাপৰ। শিৱসাগৰৰ যোৰহাট মহকুমাত তিনিখন আৰু নগাঁও জিলাত চাৰিখন এই নামৰ সত্ৰ আছে। নগাঁৱৰ কেইখন বংশী গোপাল-দেৱৰ আজ্ঞাপৰ শ্ৰীপতি শ্ৰৱনী বা কৃষ্ণচৰণৰ পৰা বঢ়া। মুঠতে শ্ৰৱনী সত্ৰ বাৰখন বুলি জনা যায়। মুৰাৰি সত্ৰকো ইয়াৰ ভিতৰত ধৰা হয়।

সথীয়া ঃ— কামৰূপ জিলাৰ বজালী অঞ্চলত। সত্ৰৰ ধৰ্ম্মোত্তৰ মাটি বৃত্তি আছে।

সৰিহ ঃ—কামৰূপ জিলাৰ বজালী অঞ্চলত।

সনন্তপুৰ ঃ—কামৰূপ জিলাত।

সোনকুৰিহা ঃ—কামৰূপ জিলাৰ সৰুপেটাৰ ওচৰত আছিল।

সোণতলি ঃ—কামৰূপ জিলাত।

সৰু গড়মুৰ ঃ—গড়মুৰ সত্ৰৰ শাখা সত্ৰ।

সলখগুৰি ঃ—কামৰূপ জিলাত।

হৰিপুৰ ঃ—দৰং জিলাৰ মঙ্গলদৈ মহকুমাৰ দিপিলা মৌজাত।

হাজাৰাগাওঁ সত্ৰ ঃ—পূৰ্ব্ব কামৰূপত অৱস্থিত।

হাবিলা ঃ—কামৰূপ জিলাৰ বকোৰ ওচৰত।

হঁাহদিয়া ঃ—কামৰূপ জিলাৰ বামদিয়াৰ ভিতৰত।

হাড়ীভাঙা ঃ—টিহুৰ ওচৰত মনোহৰদেৱৰ শিংৰা সত্ৰৰ অংশ।

হৰিমিশ্ৰ সত্ৰ ঃ—নগাওঁ জিলাৰ পুৰণিগুদাম অঞ্চলত। আউনীআটীৰ শাখা সত্ৰ। আন এটা ঠাল নৰৈ পানী গাওঁত আছে।

হাতভাঙা ঃ—কামৰূপ জিলাত।

হৰিলা সত্ৰ ঃ—কামৰূপ জিলাৰ গুৱাহাটী অঞ্চলত।

ক্ষুদ্ৰদিমু ঃ—কামৰূপ জিলাত।

ক্ষেত্ৰীহাৰ দিয়া ঃ—কামৰূপ জিলাত।

## সছঙ্গ ( সছং )

দামোদৰীয়া সম্প্ৰদায়ৰ একেজন গুৰুৱে শৰণ আৰু ভজনৰ উপদেশ দিয়া প্ৰথা চলি আহিছে আৰু সেইকাৰণে এই সম্প্ৰদায়ৰ সত্ৰ বিলাকক সৎসঙ্গী সত্ৰ বোলাৰ কথা আগতে কৈ অহা হৈছে। পাচত কিছু-মান ভকতেই ভজন পদ্ধতি বেলেগে লবৰ ইচ্ছা কৰাত তাৰ বাবে ঠায়ে ঠায়ে ভজন লগোৱা থান গঢ়ি উঠে। দামোদৰীয়া ভজন লগোৱা গুৰু উদাসীন নহয়; গৃহী লোক। এনে ধৰণৰ উপাসনাৰ ঠাইক সছং বোলে। ই সৎসঙ্গ শব্দৰ অপভ্ৰংশ। সছঙ্গৰ মুৰব্বীজনক মহন্ত বোলা হয়। এনেকুৱা সছং কামৰূপত কেবাখনো আছে:—বৰবুঢ়া আতাৰ সছঙ্গ, সৰু বুঢ়া আতাৰ সছঙ্গ, বামুণদি সছঙ্গ, ভেৰ-ভেৰীৰ সছং, লাউপাৰা সছং, বামদিয়া সছং ইত্যাদি।

---

টোকা:—পুৰণি চৰিত্ৰ পুথিত থকা কিছুমান সত্ৰ বৰ্ত্তমানত নোহোৱা হৈছে। তাৰ ঠাইত হোৱা নতুন সত্ৰৰ তালিকাও বহুত অসম্পূৰ্ণ হৈ আছে। উল্লিখিত তালিকাৰ বাহিৰেও আৰু তালেখিনি সত্ৰ আছে। তেনেকুৱা বাদ পৰি থকা সত্ৰৰ নাম জনালে ভৱিষ্যতত তালিকাত সাদৰে ঠাই দিয়া হব।

# উপৰঞ্চি।

## (ক) শঙ্কৰদেৱৰ লগত দেৱ দামোদৰ গুৰুৰ সম্পৰ্ক।

গুৰু বিচাৰ অধ্যায়ত দেখুৱাই অহা হৈছে যে শঙ্কৰদেৱ দেৱ দামোদৰ গুৰুৰ গুৰু নাছিল আৰু দেৱ দামোদৰ গুৰু এজন স্বয়ং ভাগৱতী ধৰ্ম্ম প্ৰচাৰক আছিল। ইয়াৰ উপৰিও আগতে দেখুৱাই অহা হৈছে যে শঙ্কৰদেৱ আৰু দেৱ দামোদৰ গুৰু উভয়ে বৰদোৱা আৰু নলচাত থকাৰ সময়ৰ পৰাই পৰস্পৰৰ ভিতৰত মিলা-প্ৰীতি আৰু শ্ৰদ্ধা ভাব আছিল আৰু তেতিয়াৰ পৰাই উভয়ে শুদ্ধ ভাগৱতী মতকে পোষণ কৰিছিল। উভয়ৰ ধৰ্ম্ম এক শৰণ ধৰ্ম্মই আছিল; কিন্তু উভয়ৰ ধৰ্ম্ম এক শৰণ হলেও দেৱ দামোদৰ গুৰুৱে বেদ প্ৰতিষ্ঠিত মতৰ সহায়েৰে 'সহস্ৰশীৰ্ষা পুৰুষ'ত একাগ্ৰ ভক্তিৰ দ্বাৰা সেই এক শৰণ প্ৰচাৰ কৰিছিল। অন্য দেৱ-দেৱীৰ অস্তিত্ব তেওঁলোকে স্বীকাৰ কৰিছিল আৰু পূজা কৰি-

বলৈ আনক বাধা নকৰিছিল। শঙ্কৰদেৱৰ নিজ ঘৰতে আই গোসানীয়ে গৃহদেৱতা পুজা কৰিছিল। ব্ৰহ্ম বা ঈশ্বৰ নিৰাকাৰ কল্পিত হলেও সাকাৰৰ মাজেদি উপাসনা উভয়ৰ মততেই আছিল। শ্ৰুতি আৰু স্মৃতি উভয়কেই দুয়োজনে মানিছিল আৰু সেই বাবে উভয়ে নিত্য-নৈমিত্তিক কাৰ্য্যাদি যথা-সন্ধ্যা, তৰ্পণ আৰু শ্ৰাদ্ধাদি ৰীতিমতে কৰিছিল। জীৱ হিংসা, পশু বলি উভয় সম্প্ৰদায়ৰে নিষিদ্ধ আছিল। উভয়ে বেদৰ দুয়ো চকু শ্ৰুতি আৰু স্মৃতি সমান ভাবে মানিছিল। শঙ্কৰদেৱেও বেদ অভ্ৰান্ত বুলি ধৰিছিল আৰু ব্ৰাহ্মণেতৰৰ বেদ পাঠৰ আৰু বেদ চৰ্চ্চাৰ অধিকাৰ নাছিল বুলিয়ে তেওঁ কোনো বেদ মন্ত্ৰৰ ভাঙনি কৰা নাছিল। কীৰ্ত্তনৰ বেদস্তুতি অধ্যায় ব্ৰাহ্মণৰ দ্বাৰা অনুবাদ কৰাই তেওঁৰ কীৰ্ত্তনৰ অন্তৰ্ভুক্ত কৰিছিল। কোনো পুথিতে তেওঁ ওঁকাৰ ব্যৱহাৰ নকৰিছিল।

সত্ৰত একমাত্ৰ উপাস্য কৃষ্ণ মূৰ্ত্তিও উভয়ে থাপনা কৰাৰ উল্লেখ আছে। শালগ্ৰাম পুজাও উভয়ৰ ক্ষেত্ৰতে প্ৰচলিত আছিল। গুৰুলীলাত শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক শালগ্ৰাম বুলি উল্লেখ কৰাৰ কথা পোৱা যায়। শঙ্কৰদেৱে স্বয়ং সাত বৈকুণ্ঠৰ পট আঁকি চিহ্ন যাত্ৰা ভাওনা দেখুৱাইছিল; তাত ঈশ্বৰৰ সাকাৰত্বই লোকক

দেখুওৱা হৈছিল। বৃন্দাবনী কাপোৰেও একে কথাকে সূচায়।

দেৱ দামোদৰ গুৰুৱে মাতৃ কৰ্ম্ম সমাপন কৰি যেতিয়া নলচাৰ পৰা কামৰূপলৈ আহিব ওলায় তেতিয়া ভতিজাক মুকুন্দক :—

মোৰ সঙ্গী শঙ্কৰ গৈলন্ত পশ্চিমক।
অবশ্যে আমাৰ তথা লাগয় যাইবাক॥ ১৪২
গুৰুলীলা।

বুলি কৈ নাও সাজী ভটীয়াই আহিছিল। ইয়াতো তেওঁলোকৰ সৌহাৰ্দ্দ্য ভাবেই প্ৰকাশ পাইছে।

শঙ্কৰদেৱ আৰু দেৱ দামোদৰ গুৰুৰ পিতৃ পিতামহৰ দিনৰ পৰাই উভয় বংশৰ ভিতৰত মিলা-প্ৰীতি থকাৰ কথা আমি পুৰণি চৰিত্ৰবোৰত পাই আহিছোঁ। এই প্ৰীতি ভাব তেওঁলোকৰ ভিতৰত আজীৱনেই আছিল। দেৱ দামোদৰ গুৰুৰ যিবিলাক ভক্ত শিষ্যই পুথি ৰচনা কৰিছে তেওঁলোকৰ প্ৰায় খিনিয়ে শঙ্কৰদেৱৰ গুণ বৰ্ণনা কৰি গৈছে।

শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচতো দেৱ দামোদৰ গুৰুৱে তেওঁৰ প্ৰতি অকৃতজ্ঞ ভাব দেখুৱা নাছিল বৰং

তেওঁৰ গুণানুকীৰ্ত্তনহে কৰিছিল। বেজবৰুৱা ডাঙৰীয়াই এই সম্পৰ্কে চতুৰ্থ বছৰৰ দশম সংখ্যা বাঁহীৰ (ভাদ ১৮৩৫) সম্পাদকৰ চৰাত লিখিছে:— "শঙ্কৰ দামোদৰৰ ঘনিষ্ঠ সম্পৰ্ক, প্ৰণয়, প্ৰীতি, সৌহাৰ্দ্দ্য কোনো মতেই অস্বীকাৰ কৰিব নোৱাৰি। শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ অনেক কাল পিছতো শঙ্কৰদেৱৰ বংশৰ প্ৰতি আকৰ্ষণ আৰু প্ৰীতি থকাৰ কথা মহাপুৰুষীয়া চৰিত্ৰ পুথিতে জ্বলন্ত ভাবে আছে। শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ ভেলাত থাকোঁতে তেওঁৰ সৈতে নৰনাৰায়ণ ৰজাৰ নাতি, তেতিয়াৰ কোচ বেহাৰৰ ৰজাই সাক্ষাৎ কৰিবৰ অভিপ্ৰায় কৰি তেওঁক মতাই পঠিয়াইছিল। ৰাজ সন্মানৰ প্ৰতি বিমুখ পিতামহৰ তেজ আৰু ভাবেৰে গঠিত ঠাকুৰৰ অনিচ্ছাৰ নিমিত্তে, আৰু হঠাৎ তেওঁৰ মৃত্যু হোৱাত সেই সাক্ষাৎ ঘটি নুঠিল। ঠাকুৰৰ মৃত্যুৰ পাছত পাৰ্থিব ৰাজ সন্মান লুভীয়া ভকতসকলৰ পৰামৰ্শমতে ঠাকুৰৰ বিধবা পত্নীয়ে ৰজালৈ ফুল নিৰ্ম্মালি পঠালত ৰজাৰ সভাত থকা শূদ্ৰ বিদ্বেষী, বিশেষকৈ চিৰকাল শঙ্কৰৰ ধৰ্ম্ম বিদ্বেষী ব্ৰাহ্মণসকলে ৰজাক লগালে যে "শূদ্ৰৰ বিধবা অতি অপবিত্ৰ ঘৃণ্য। এতেকে সেই বিধবাই ৰজালৈ ফুল নিৰ্ম্মালি পঠিয়াব নাপায়।" কূট ব্ৰাহ্মণসকলৰ লগনীয়া কথা শুনি ৰজাই ঠাকুৰৰ পত্নীক

জগৰ ধৰি পঠিয়ালে। মহাত্মা দামোদৰ দেৱ তেতিয়া বেহাৰতে বৈকুণ্ঠপুৰ সত্ৰত আছিল। ঠাকুৰৰ পত্নীয়ে দামোদৰদেৱলৈ এই বিপদৰ বাতৰি কৈ পঠিয়ালত দামোদৰদেৱে তেতিয়াই গৈ ৰজাৰে সৈতে সাক্ষাৎ কৰি কলে—"মহাৰাজ, এই বিধবা ৰমণী সামান্য লোকৰ ঘৰৰ নহয়। আপোনাৰ পিতামহ মল্ল নাৰায়ণ মহাৰজাই মহাপুৰুষ শঙ্কৰদেৱৰ শক্তি প্ৰভাব আৰু গুণশীল জানি তেওঁত শৰণ লবৰ অত্যন্ত ইচ্ছা কৰিছিল। এই ৰমণী সেই শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰদেৱৰ পত্নী এতেকে তেওঁকো আপোনাৰ গুৰু পত্নী বুলিব লাগে। এই ধাৰ্ম্মিকা গুৰু পত্নী আপোনাৰ ৰাজ্যত আছে, আপোনাৰ ভাগ্যৰ কথা; তেওঁ আপোনাৰ মঙ্গলৰ বাবে ফুল নিৰ্ম্মালি আপোনালৈ পঠিয়াই দিছিল; আপুনি আপোনাৰ ভাগ্য বুলি মানি সেই নিৰ্ম্মালি গ্ৰহণ কৰি তুষ্ট হব লাগে; অজ্ঞানী সকলৰ কথা শুনি ৰাগ কৰিব নালাগে।" দামোদৰদেৱৰ এই কথা শুনি তেওঁক ৰজাই প্ৰশংসা কৰি ঠাকুৰ পত্নীক জগৰৰ পৰা মুক্ত কৰিলে। এনে অভেদ অমায়িক মহানুভৱ দামোদৰ আৰু শঙ্কৰৰ ভিতৰত ভেদ ভাব আছে বুলি আমি মহাপুৰুষীয়া দামোদৰীয়া জনচেৰেকে কেনেকৈ কৈ ফুৰো কব নোৱাৰোঁ।" শঙ্কৰদেৱেও দেৱ দামোদৰ গুৰুক একাত্মা বিবেচনা কৰিছিল।

ভূষণ দ্বিজৰ শঙ্কৰদেৱৰ চৰিত্রত দেৱ দামোদৰ গুৰু আৰু দামোদৰীয়া সম্প্রদায়ৰ সম্বন্ধে আছে :—

দামোদৰ ময় হইবে সমস্তে জগত।
বহুত ব্রাহ্মণ কৃষ্ণত হইবে ভকত॥
লভিবে আনন্দ তান উপদেশ পাই।
সত্র পাতি ভক্তি প্রবর্ত্তাইবা ঠাই ঠাই॥ ৬৪৬
সিটো বেদ বাক্য ভৈলা প্রমাণ সম্প্রতি।
গোসাই দামোদৰ নাম জগত প্রখ্যাতি॥
আত্মপৰ ভেদ শূণ্য পৰম মহন্ত।
দৰশনে সমস্ত পাতক হোৱে হত॥ ৬৫৭
চৰণত পৰি যিটো কৰে নমস্কাৰ।
যমে বোলে মোৰ তাত নাহি অধিকাৰ॥ ৬৮৫

বৈষ্ণৱী কীর্ত্তনত আছে :—

পূৰ্বত শঙ্কৰ সেৱে মাধৱ।
সঙ্গে দামোদৰ কৰে প্রণয়॥
বৈকুণ্ঠে গৈলা মাধৱত থৈ।
আৰৰ বিপ্র দামোদৰক কৈ॥

কোচ বেহাৰত বৈকুণ্ঠি হোৱাৰ সময়ত শঙ্কৰদেৱে তেওঁৰ বৰ পুত্র ৰামানন্দ ঠাকুৰক কৈছিল :—"দামোদৰক মোকে হেন দেখিবা, ভকতক অসূয়া নকৰিবা। মাধৱৰ ওচৰত প্রার্থনা কৰি ধৰ্ম্ম বস্তু লভিবা।" (নতুন অসমীয়া ১১ জেঠ ১৮৯০ শঁক)।

সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই চতুৰ্থ বছৰৰ প্ৰথম সংখ্যা বাঁহীত দামোদৰদেৱ প্ৰবন্ধত লিখিছিল :— "তেওঁ (দেৱ দামোদৰ) যে শঙ্কৰদেৱৰ এজন প্ৰিয় বন্ধু আছিল তাত অকণো সন্দেহ নাই। কোনো এখন চৰিত্ৰতে দামোদৰদেৱক শঙ্কৰদেৱে শৰণ দিয়াৰ কথা পোৱা নাযায়, তেওঁলোক এক মতাবলম্বী বুলিহে কৈছে। আৰু শঙ্কৰদেৱৰ পৰা নানা প্ৰকাৰ উপদেশ পোৱাৰ কথাহে উল্লেখ কৰিছে।"

শঙ্কৰদেৱ আৰু দেৱ দামোদৰ গুৰুৰ এই মধুৰ সম্পৰ্ক গুৰু শিষ্যৰ সম্পৰ্ক নাছিল, আছিল সহধৰ্ম্মী, সহকৰ্ম্মী সুহৃদৰ সম্পৰ্কহে।

শঙ্কৰদেৱ জীয়াই থকা কালত দেৱ দামোদৰ গুৰু আৰু হৰিদেৱৰ লগত তেওঁৰ কোনো মনোমালিন্য বা ভেদ ভাৱ নাছিল। শঙ্কৰদেৱৰ নিজ ভায়েক বনগঞা গিৰিয়ে হৰিদেৱৰ ওচৰত শৰণ লৈছিল আৰু তেৱেঁই হৰিদেৱৰ চৰিত্ৰ লিখি গৈছে। তেওঁৰ আন ভায়েক শতানন্দ দলৈ (ৰামৰায়) আৰু নিজ বংশৰে হাথীয়া দলৈ কেহো বা কেশৱচৰণ (ভাগৱত ৯ম স্কন্ধৰ পদ কৰোঁতা) প্ৰভৃতিয়ে দেৱ দামোদৰ গুৰুৰ ওচৰত শৰণ লোৱা উল্লেখ আছে। আনকি শঙ্কৰদেৱৰ পত্নীও দেৱ দামোদৰ গুৰুত শৰণ লোৱাৰ কথা নীলকণ্ঠৰ চৰিত্ৰত স্পষ্ট

তাৰে আৰু শঙ্কৰদেৱৰ পদ্য আৰু কথাগুৰু চৰিতত অস্পষ্টভাৱে উল্লেখ আছে:—

ৰামৰায়ে বোলে মোক কৰায়োঁ শৰণ ॥ ৩১৮
ৰায়ে দণ্ডৱত কৰি লৈলন্ত শৰণ ॥
শিক্ষা দিয়া ভকতিৰ উপদেশ দিলা।
শৰণ ক্ৰমিক চাৰি নামক কহিলা ॥ ৩১৯
গুচাইবো ভিণ্ডিক আইদেৱী বুলিলন্ত।
হৈবোহোঁ শৰণ দ্বিজ দামোদৰ ঠাই।
ধূপদীপ লগাই নৈবিদ্য পাতিলন্ত।
দামোদৰ পাৱে আই শৰণ লৈলন্ত ॥
শৰণ ক্ৰমিক কহি নামক দিলন্ত।
কৰ মালা দেখাই তিনি নাম কহিলন্ত ॥ ৩২৭
নীলকণ্ঠ।

গুৰুলীলাতো ইয়াৰ উল্লেখ আছে।

শঙ্কৰদেৱৰ চৰিতমতে শঙ্কৰদেৱে মাধৱদেৱক আই গোসাঁনীৰ হাতে ভাত খাব কোৱাত তেওঁৰ পাক ঘৰত গৃহ দেৱতাৰ আসন থকাৰ বাবে ভাত নোখোৱা বুলি আৰু পাচত সেই আসন নৈত উটাই দি হে ভাত খোৱা বুলি উল্লেখ থাকিলেও প্ৰকৃততে মাধৱদেৱে অশৰণীয়া আইৰ হাতে পাগে খোৱাত হে আপত্তি কৰিছিল।

অশৰণীয়া লোক যে অশুচি আৰু তেনে লোকৰ হাতে পাগে খোৱা অনুচিত তাৰ প্ৰমাণ দেখুৱাব নাৰেই। শঙ্কৰদেৱে নিজ পত্নী অৰ্দ্ধাঙ্গিনী আৰু স্ত্ৰীৰ গুৰু নোহোৱাৰ বাবে আই গোসানীক শৰণ কৰাবলৈ অস্বীকাৰ কৰে। মাধৱদেৱেও গুৰুপত্নী বুলি শৰণ দিবৰ সাহস নাপালে। তেতিয়া দামোদৰ গুৰুৰ হতুৱাই যে শৰণ দিয়াইছিল সেইটো স্পষ্ট কথা। তাৰ পাচত মাধৱদেৱে আই গোসানীক ভজন ধৰ্ম্ম দিহে পাক কৰিবলৈ অনুমতি দিছিল। কথাগুৰু চৰিতত তাৰ বিস্তৃত বৰ্ণনা আছে। শঙ্কৰদেৱৰ প্ৰয়াণৰ পাচত তেওঁৰ গোষ্ঠীয়ে অসূয়া কৰাত আই গোসানীয়ে ৰামৰায়ৰ কথাত খেদকৈ কৈছিল:—"নাদপিৰি হল অন্ত! এনেই গুৰুজনক অসূয়া দামোদৰ ঠাইত হে ভাৰসা লালনা। ৰাতিদিনে থাকে গৈ।"—কথাগুৰু চৰিত

আই গোসানীৰ গুৰুজন বুলিয়ে বোধকৰো শঙ্কৰদেৱৰ শ্ৰাদ্ধৰ মাল্যদান (যি দান গুৰুৱে পোৱাৰ হকদাৰ) উত্তৰীয়ৰ সোণৰ আঙঠি, পাটৰ মূল্যবান কাপোৰ দেৱ দামোদৰ গুৰুক দিয়া হৈছিল। কথাগুৰু চৰিতত এই কথা স্পষ্ট ৰূপে উল্লেখ আছে। "কৰ্ম্ম অৱসানে দুগ্ধ চিৰা ভোজন কৰাই পাট ভুনি সোণৰ আঙঠি দি সুধিলে" পৃষ্ঠা—২৯২)

## (খ) মাধৱদেৱ আৰু দেৱ দামোদৰ গুৰুৰ মনোমালিন্য ?

শঙ্কৰদেৱৰ প্ৰয়াণৰ পাচত মাধৱদেৱ আৰু দেৱ দামোদৰ গুৰুৰ মাজত মনোমালিন্য ঘটা আৰু তাতে দুয়োজনৰ মাজত সামান্য ফাট মেলি ভট্টদেৱৰ দিনত সেই ফাট বহল হৈ মহাপুৰুষীয়া আৰু দামোদৰীয়া দুটা পৃথক সম্প্ৰদায় সৃষ্টি হোৱা বুলি পুৰণি মহাপুৰুষীয়া প্ৰায়বোৰ চৰিত্ৰতে আৰু শঙ্কৰদেৱ আৰু মাধৱদেৱৰ আধুনিক চৰিত্ৰবো ভালেখিনিতে এই কথাটো পোৱা যায়, কিন্তু পুৰণি কালৰ দামোদৰীয়া চৰিতকাৰৰ কোনো খন চৰিত্ৰতে ইয়াৰ কোনো উল্লেখ নাই। বহু কাল পাচৰ চৰিতকাৰ নীলকণ্ঠৰ চৰিতত্তো কথাটো অন্য ৰকমে আছে। মনোমালিন্যৰ কথা তাত নাই। উদাৰ চৰিত্ৰ মহাপুৰুষ একোজনৰ চৰিত্ৰৰ ওপৰত এনেকুৱা গ্লানিকৰ কথা একোটাৰ সত্যাসত্য যুক্তিৰে বিচাৰ কৰি চোৱা উচিত বুলি ভাবিয়ে এই বিষয়ে দুই চাৰি আমাৰ কথা লিখিব লগীয়া হৈছে। শাস্ত্ৰত্তো আছে :—

## দেৱ দামোদৰ গুৰু

কেৱলংশাস্ত্ৰমাশ্ৰিত্যন কৰ্ত্তব্যো বিনিৰ্ণয়ঃ।
যুক্তিহীন বিচাৰেতু ধৰ্ম্মহানিঃ প্ৰজায়তে ॥

বৃহস্পতি।

আমি আগৰ খিনিত্তে শঙ্কৰদেৱ আৰু দেৱ দামোদৰ গুৰুৰ সম্বন্ধত দেখুৱাই আহিছোঁ যে তেওঁলোক উভয়ে এক পথৰ পথিক আছিল আৰু উভয়ে পৰম মিত্ৰ আছিল। দেৱ দামোদৰ গুৰু প্ৰত্যক্ষ বা পৰোক্ষভাবে মিত্ৰ-দ্ৰোহী নাছিল। তেওঁ শঙ্কৰদেৱৰ বিৰোধিতা যে কৰা নাছিল আৰু আনকি শঙ্কৰদেৱৰ বংশ পৰিয়াললৈও আজীৱন শ্ৰদ্ধাবান আৰু হিতকাৰী আছিল তাকো ইয়াৰ আগতে বেজবৰুৱা ডাঙৰীয়াৰ লিখনিৰ কথাৰে কৈ অহা হৈছে। তথাপি যে কিছুমান লোকে আৰু কিছুমান চৰিতকাৰে অপযশ ৰটনা কৰে সি প্ৰকৃততে সচানে ?

মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ মাজত হোৱা কাটটোৰ কথা বহুতে বহুত ৰকমে কয় হয় কিন্তু তাৰ কোনোটো কোনোটোৰ লগত খাপ খোৱা দেখা নাযায়। চৰিত্ত পুথিত নাই যদিও বহুতে কথন মথন কৰে যে শঙ্কৰদেৱৰ জীৱিত কালতে শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক পিতাকৰ শ্ৰাদ্ধলৈ নিমন্ত্ৰণ কৰাত তেওঁ অব্ৰাহ্মণৰ ঘৰত খাবলৈ নাপায় বুলি সেই নিমন্ত্ৰণ

প্ৰত্যাখ্যান কৰে। এই অপৰাধৰ বাবে শঙ্কৰদেৱে দেৱ দামোদৰ গুৰুক বৰ্জ্জন কৰে আৰু ধনু এখনৰ আগেৰে তেওঁ দেৱ দামোদৰ গুৰুৰ বাসস্থান ব্যাসপাৰা বা পাটবাউসী আৰু নিজ বাসস্থান বৰলচুঙৰ মাজত এটা আঁক টানি "আজিৰ পৰা তোমাৰ মোৰ মাজত সম্বন্ধ নাই" বুলি কয়; আৰু সেই ধনুৰ আঁকৰ পৰাই ধনুখান্দা বিলৰ উদ্ভব হয়। ইয়াক নো গাজা খুৰী গল্প নুবুলি কি বুলিব পাৰি ?

শঙ্কৰদেৱে কোচ বেহাৰত প্ৰয়াণৰ সময়ত তেওঁৰ জ্যেষ্ঠপুত্ৰ ৰামানন্দ ঠাকুৰৰ আগত "দামোদৰক মোকে হেন দেখিবা" বুলি উপদেশ দিছিল আৰু দেৱ দামোদৰ গুৰু নালাগে তেওঁ তেওঁৰ ভক্ত শিষ্যগণেও শঙ্কৰদেৱ আৰু মাধৱদেৱ উভয়ৰে ভূয়সী গুণানুকীৰ্ত্তন কৰি গৈছে (যেনে:—গোপাল মিশ্ৰই ঘোষাৰত্নত আৰু হৰিচৰণ দ্বিজ, কেশৱচৰণ আদি লিখকসকলে তেওঁলোকৰ লিখা পুথিত) তথাপি মহাপুৰুষীয়া চৰিতকাৰৰ প্ৰায় আটাইখিনিয়ে তেওঁলোকৰ চৰিত বিলাকত 'কোৰ' বিশেষণ লগাই হে দেৱ দামোদৰ গুৰুৰ পৰিচয় দিছে। দিয়ক তাত আমাৰ কোনো লাভ লোকচান নাই।

বাঁহীত প্ৰকাশ হোৱা গুৰু চৰিতত আছে:—
"গুৰু ঈশ্বৰৰ দহালৈ সকলো সেৱকীয়া সকল আহি

মহাসমাৰোহে কাৰ্য্য শেষ কৰিলে ; কোৰ দামোদৰ নাহিল কিন্তু দ্ৰব্য বস্তু কিছু পঠাইছিল ।

ক্ৰমে মাহেকীয়া পালেহি । দামোদৰদেৱকো মতা হৈছিল, শ্ৰাদ্ধৰ দিনা ৰাতিপুৱা সমাজত নেদেখি মাধৱে ৰামানন্দ ঠাকুৰত জিজ্ঞাসা কৰিছে ঠাকুৰদেৱ ! দামোদৰক কোনে নিমন্ত্ৰণ কৰিছিল । এজন ভকত পঠিয়াই মতা হৈছে ; তুমি নিজে নিমন্ত্ৰণ কৰা হেন্তেন ভাল আছিল ; বাৰু বুলি ঠাকুৰদেৱ স্বয়ং গৈ আহ্বান কৰাত আমাৰ ইয়াতো ভাবনাৰ যোগাৰ কৰা হৈছে যাবলৈ কিছু মস্কিল হল, এই কথা পুৰুষত জনোৱাত ৰাগ হৈ সমাজত প্ৰকাশ কৰি ঠাকুৰ আতাক কৈছে, সখি ! তুমি দামোদৰৰ ঘৰলৈ যোৱা × × × ( তুলি দিয়াবোৰ গালিৰ বাক্য ) × × × ঠাকুৰ আতা গৈ এইদৰে ভৎ´সনা কৰাত শ্ৰাদ্ধলৈ গৈ মঠ পাতি বহি আছিল ; শ্ৰাদ্ধান্তে দক্ষিণা দিয়াত গ্ৰহণ কৰিলে ; মাধৱ-দেৱে গুৰুৰ শ্ৰাদ্ধদক্ষিণা লোৱা দেখি থংকৰি যিমান বস্তুবাব আনিছিল আটাইবোৰ পানীত পেলাই কুটা ছিগি পৰিত্যাগ কৰিছে । তেতিয়াৰ পৰা দামোদৰৰ মত বিভিন্ন হৈ নিজ নামেৰে ধৰ্ম্ম চলাইছে ।”

( বাঁহী পঞ্চম বছৰ চতুৰ্থ সংখ্যা পৃষ্ঠা ১৯২-৯৩ )

বৰপেটাৰ কথাগুৰু চৰিতত আছে ঃ—“দহা পাতিলে নি। দামোদৰক জনালে নাহিল। স্ত্ৰীৰ গৃহত যাব খাবৰ সজ নাই বুলি। তেহে মাহেকীয়া মুল কাজ হলহি। দামোদৰ নাহিল ঠাকুৰে মতাত। গুৰুজনে ঠাকুৰ আতাক পাঁচি নিঠুৰে বোলাইছে × × × আন স্ত্ৰীবেহে গুৰুপত্নী সম কৰা ? তেহে আহিছে টান পাই। কৰ্ম্ম অৱসানে দুগ্ধ চিৰা ভোজন কৰাই পাটভুনি সোণৰ আঙঠি দি সুধিলে, বোলে কেনে মতে প্ৰবৰ্ত্তা এই চাৰি শ্লোক ? তেহে হালোৱা গৃহতৰ দৃষ্টান্ত দিছে। গুৰুজনে বোলে অ! বস্ত্ৰ বুলি আঙ্গুলিয়ে সৈতে সিলা। এভোগ ভুকুতি পাৱা তোমাৰ আমাৰ সম্ভাষা নাই যোৱা গৈ। তাতেহে নাহা স্বমত লৈ।” (পৃষ্ঠা ২৯০-৯২)।

বাঁহীত প্ৰকাশ হোৱা গুৰু চৰিত্ৰত আক আছে ঃ— “তাৰ পিছত শঙ্কৰদেৱৰ তিথিৰ মহোৎসৱ হৈছে, হৰি কীৰ্ত্তন কৰিবৰ বাবে সকলো বৈষ্ণৱ সকল আহিছে ; কিন্তু দামোদৰ গুৰুক সমাজৰ মাজত নেদেখি মাধৱদেৱে হৰিচৰণত জিজ্ঞাসা কৰিছে, দামোদৰক মাতিবলৈ নহল নিকি ? ঠাকুৰে কৈছে, ৰাতিপুৱা ভকত পঠাইছিলোঁ, তেওঁ আহিব নোৱাৰা বুলি কৈ পঠালে, তাৰ পিছত মই নিজে যোৱাত যাব নোৱাৰো বুলি কলে। কাৰণ সোধাত কলে তোমাৰ ঘৰলৈ গলে আনৰ ঘৰ-

নৈকো যাব লাগিব। মাধৱদেৱে দামোদৰৰ কথা শুনি হাসি কলে, আনৰ ঘৰৰ সহিত তোমাৰ ঘৰৰ তুলনা কৰিলে, নামাতিলেও আহিব লাগে এতিয়া মাতিলতো নাহে, আগলৈ আৰু মাতিব নালাগে।"

(বাঁহী পঞ্চম বছৰ ১১শ সংখ্যা পৃষ্ঠা ৫৮৬)

ইয়াৰ পাচত আছে ঃ—"মাধৱদেৱে কোনো ভকতৰ দোষ পায়, দায়ী বুলি পৰিত্যাগ কৰিলে দামোদৰে সেইজন লোকক গ্ৰহণ কৰে; এদিন তেওঁক মতাই আনি সুধিছে, দামোদৰ আমাৰ দোষণীয় লোকক তুমি কিয় গ্ৰহণ কৰা। তেওঁ কৈছে আমাৰ আপোন পৰ কোনো নাই কাক এৰিম; মাধৱে কৈছে তুমি আচাৰ্য্য হৈ যি ধৰ্ম্ম শিক্ষা দিছা তাৰ একো দোষ নাই যিহেতু তোমাৰ ইচ্ছাধীন কৰ্ম্ম। চিৰা জলপান খুৱাই দক্ষিণা দি বিদায় দিছে।" (বাঁহী ৫ম বছৰ ১১শ সংখ্যা পৃষ্ঠা—৫৮৬)

বৰপেটাৰ কথাগুৰু চৰিতত এটি ভক্তৰ নামে সৈতে এই কথাখিনিৰ উল্লেখ আছে; জাবৰিকুচিৰ মুৰাৰি কোচে জয় জয়ৰ ঠাইত পুথিত জৰ জৰ লিখিছিল আৰু তাকে শুনি—"গুৰুজনে বোলে ৰামচন্দ্ৰ চোৰাছোঁ। চাই দেখে হয় বোলে মমা আছে হই উৰৰ হে। বোলে কোনে লিখা? মুৰাৰি কোচে বোলে আমিয়ে লিখা। বোলে পুতখোৰা মদাহী কোচ তই পুৰ্ব্বতো বেদ

খোৰা ৰাক্ষস আছিলি, এতিয়াও ধৰ্ম্মলোপ কৰিছহি। আমি একোটা অক্ষৰ অনেক অৰণ কাটি উলিয়াইছোঁ। তই ক ফলা পঢ়িব নেজান ৰত্নাৱলী চাব ? বেচ দিলি থাব পায়েই বুলি মণ্ডি দূৰ কৈলে। তেহে কতো ঠাই নেপাই দামোদৰ ঠাইতে সোমাল গৈ। গুৰু সোধাই পঠাইছে, বোলে সেবকৰ, গুৰুজনৰ, আমাৰ বৰ্জ্জনীয় হলে তেওঁ ৰাখিব পায়নে ? কলত দামোদৰে বোলে, তাৰাক ধৰ্ম্মৰ আচাৰ্য্য পাতিছে, এৰিবও পাৰে, সামৰিবও পাৰে, আমি তেনে নে এৰিবো সামৰ্থ নাই। সোমালেহিও খেদিব নোৱাৰোঁ, সবেও মোৰ আপুন ভকত বস্তু। সেই ক্রমে কলেহি নাৰায়ণ শ্ৰীহৰি আতৈ এ।" পৃষ্ঠা—৪৩৪। এই খিনিত দেৱ দামোদৰ গুৰুৰ উদাৰতাহে প্ৰকাশ পাইছে।

দামোদৰীয়া চৰিতত বেলেগ ভাবে থাকিলেও মহাপুৰুষীয়া চৰিতত বংশী গোপালদেৱৰ সম্বন্ধে এইদৰে আছে :—শঙ্কৰদেৱৰ প্ৰয়াণৰ পাচত এওঁ উজনীৰ পৰা আহিছিল আৰু শঙ্কৰদেৱে মাধৱদেৱক শুনাই যোৱা ভবিষ্যদ্বাণী মতে মাধৱদেৱে দেৱ দামোদৰ গুৰুৰ দ্বাৰা শৰণ কৰাই নিজে ভজন ধৰ্ম্ম শিক্ষা দি উভয়ে মালা নিৰ্ম্মালি দি এওঁক উজনীত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আদেশ দিছিল। বংশী গোপালদেৱে মাধৱদেৱক সুন্দৰীদিয়াত

পাইছিল। শঙ্কৰদেৱে পাটবাউসী (বৰলচুঙ)ত থকা ১৮ বছৰ কাল মাধৱদেৱ গণককুচিত আছিল। শঙ্কৰদেৱৰ প্ৰয়াণৰ কালৰ পৰা পাঁচ বছৰ পাটবাউসীত থাকি তাৰ পাচতহে সুন্দৰীদিয়ালৈ গৈছিল। সেই বিলাক চৰিতমতে বংশী গোপালদেৱে মাধৱদেৱক সুন্দৰীদিয়াত লাগ পোৱাৰ পাচতো মাধৱদেৱৰ নিৰ্দ্দেশ মতে বংশী গোপালদেৱ পাঁচ বছৰ আই গোসানীৰ ঘৰত আছিল। তাৰ পাচতহে উজনীলৈ গৈছিল। অৰ্থাৎ শঙ্কৰদেৱ প্ৰয়াণৰ কম পক্ষেও দহ বছৰ পাচত হে মাধৱদেৱ আৰু দেৱ দামোদৰ গুৰুৰ পৰা মালা-নিৰ্ম্মালি লৈ তেওঁ উজনীত ধৰ্ম্ম প্ৰচাৰৰ বাবে গৈছিল। ইমান দিনলৈ মাধৱদেৱ আৰু দেৱ দামোদৰ গুৰুৰ মাজত মনোমালিন্য ঘটা দেখা নাযায়।

এতিয়া চৰিত্ৰবোৰৰ কথাখিনি ফঁহিয়াই চাবৰ চেষ্টা কৰা যাওক। প্ৰথমতে দেখা যায় শঙ্কৰদেৱৰ দহাৰ সময়ত দেৱ দামোদৰ গুৰুৱে স্ত্ৰীৰ ঘৰত থোৱা সজ নাই বুলি দহা কামলৈ নগল; দ্বিতীয়বাৰ মাহেকীয়া শ্ৰাদ্ধৰ সময়ত ৰীতিমতে নিমন্ত্ৰণ দিয়াতো আৰু বৰঠাকুৰে নিজে গৈ মতাতো তেওঁ শ্ৰাদ্ধলৈ যোৱা নাছিল; পাচত মাধৱদেৱে ৰাগ কৰি×××× এইবোৰ পালিবে তেওঁৰ সখিয়েক ঠাকুৰ আতাক মাতিবলৈ

পাঠোৱাত আৰু ঠাকুৰ আতাই পান তামোলৰ শৰাইৰ পৰিবৰ্ত্তে সেই গালিবোৰেৰে বলন দিয়াত দেৱ দামোদৰ গুৰুৱে পৰম সন্তুষ্ট হৈ বস্ত্ৰ-বাহানি লৈ গৈ শ্ৰাদ্ধত উপস্থিত হৈ মৌনাবলম্বন কৰি বহি আছিল ; শ্ৰাদ্ধান্তে জলপান খাই মাল্যদানৰ দ্ৰব্য (শঙ্কৰদেৱৰ উত্তৰীয়ৰ সোণৰ আঙঠি, পাট ভুনি আদি) গ্ৰহণ কৰাত মাধৱ-দেৱে গুৰুৰ শ্ৰাদ্ধদক্ষিণা গ্ৰহণ কৰা দেখি দেৱ দামোদৰ গুৰুৱে শ্ৰাদ্ধলৈ অনা বস্তুবাৰ পানীত পেলাই কুটা ছিগি তেওঁক পৰিত্যাগ কৰিছিল।

যদি মাহেকীয়া শ্ৰাদ্ধতে দেৱ দামোদৰ গুৰুক কুটা ছিগি পৰিত্যাগ কৰিছিল আৰু তেতিয়াৰ পৰাই দেৱ দামোদৰ গুৰুৱে বিভিন্ন মতে নিজ নামেৰে ধৰ্ম্ম চলাইছিল তেনেহলে পুনৰ বছৰেকীয়া তিথিত নিমন্ত্ৰণ কৰিবৰ কাৰণ কি আছিল ; আৰু সিবাৰো মাধৱদেৱে দেৱ দামোদৰ গুৰুক নিমন্ত্ৰণ কৰা নকৰা কথা হৰিচৰণ ঠাকুৰত সুধিব লগীয়া হৈছিল কিয় ?

ইয়াৰ পাচত মাধৱদেৱে দোষ পাই খেদা ভকতক দেৱ দামোদৰ গুৰুৱে গ্ৰহণ কৰে দেখি মাধৱদেৱে দেৱ দামোদৰ গুৰুক মতাই আনি তাৰ কৈফিয়ৎ লৈ শেষত চিৰা জলপান খুৱাই দক্ষিণা দি বিদায় দিয়াৰ অৰ্থ কি ? শঙ্কৰদেৱৰ মাহেকীয়া শ্ৰাদ্ধৰ সময়তে কুটা ছিগি সম্বন্ধ

ত্যাগ কৰা মানুহজনৰ লগত মাধৱদেৱৰ নিগূঢ় সম্বন্ধ অন্ততঃ তেওঁ সুন্দৰীদিয়াত থকা কাল পৰ্য্যন্ত অৰ্থাৎ শঙ্কৰদেৱৰ প্ৰয়াণৰ পাচতো ১০।১২ বছৰ পৰ্য্যন্ত থকা দেখা যায়। এই সময়তে বংশী গোপালদেৱক শৰণ ভজন লগাই উভয়ে মালা-নিৰ্ম্মালি দি উজনীত ধৰ্ম্ম প্ৰচাৰৰ বাবে পঠোৱাৰ উল্লেখ মহাপুৰুষীয়া চৰিত পুথিত পোৱা যায়। সেইবাবে আমি এই পৰস্পৰ বিৰোধী কথা-বোৰ মানি লওঁ কেনেকৈ? শাস্ত্ৰত আছে:—

ধৰ্ম্মশাস্ত্ৰবিৰোধেতু যুক্তিযুক্ত বিধি স্মৃতঃ।
ব্যৱহাৰোহি বকবান্ ধৰ্ম্মস্তে নাৱহিয়ন্তে॥

এতেকে চৰিতবোৰৰ এই পৰস্পৰ বিৰোধৰ বাবে তাত যুক্তিহে বলবৎ কৰিব লাগে।

দেৱ দামোদৰ গুৰু এজন নৈষ্ঠিক ব্ৰাহ্মণ আছিল আৰু তেওঁ মহাপুৰুষ শঙ্কৰদেৱক যথোচিত সন্মান কৰিছিল। শঙ্কৰদেৱৰ শিষ্য হোৱা হলে তেওঁৰ শ্ৰাদ্ধলৈ নোযোৱাৰ কোনো কথাই নাছিল আনকি তেওঁ তেওঁৰ বন্ধু হিচাবে হলেও নোযোৱা কথাটো বিশ্বাস কৰা টান হয়। আৰু আচৰিত মানিব লগীয়া কথা যি উদাৰ প্ৰকৃতিৰ দেৱ দামোদৰ গুৰুৱে শঙ্কৰদেৱ আৰু মাধৱ-দেৱৰ প্ৰয়াণৰ পাচতো শঙ্কৰদেৱৰ বংশৰ প্ৰতিও পৰম

প্ৰীতিভাব দেখুৱাইছিল সেইজনা উদাৰ পুৰুষে দৈত্যাৰিৰ শঙ্কৰদেৱ চৰিত্ৰত লিখা দৰে ঃ—

আমাক শঙ্কৰ দেৱ থাপা নাই
এতেকে জানা আমাৰ।
ৰাখিবে খেদিবে দোষক দেখিবে
নাহিকয় অধিকাৰ॥

বুলি কৈ শঙ্কৰদেৱৰ শিষ্যত্ব প্ৰকাশ্যে অস্বীকাৰ কৰাৰ কোনো কাৰণ দেখা নাযায়। গতিকে আমাৰ বিশ্বাস মাধৱদেৱৰ জীৱিত কালত দেৱ দামোদৰ গুৰুৰ লগত তেওঁৰ কোনো মনান্তৰ ঘটা নাছিল। এই কথা পাচৰ চৰিত্ৰকাৰ সকলৰ কল্পনাপ্ৰসূত বুলিহে ভাবিবৰ যথেষ্ট থল আছে।

ইয়াতো যদি কোনোবাই সন্দেহ কৰে তেন্তে তেওঁলোকলৈও এক প্ৰকাৰ যুক্তি অৱশ্যে নথকা নহয়। শঙ্কৰদেৱৰ প্ৰয়াণৰ পাচত মাধৱদেৱে শঙ্কৰদেৱৰ মতৰ কিছু সালসলনি কৰি নিকা পন্থত মহাপুৰুষীয়া পন্থৰ নতুন গঢ় দিয়ে। তাত মূৰ্ত্তি আৰু বৈদিক নিত্য-নৈমিত্তিক কৰ্ম্ম একেবাৰে বাদ দিয়া হয়। দেৱ দামোদৰ গুৰুৱে তেওঁৰ প্ৰচাৰিত পন্থত তেনে পৰিবৰ্ত্তন ঘটাবলৈ বিচৰা নাছিল আৰু বৈদিক আচাৰ

মতে মূৰ্ত্তি পুজা আৰু নিত্য নৈমিত্তিক কৰ্ম্ম বাদ নিদিছিল। তেওঁৰ লক্ষ্য আৰু মুল মন্ত্র আছিল :—

শাস্ত্রত উত্তম গীতা ভাগৱত
ধৰ্ম্মত উত্তম নাম।
দেৱত উত্তম দৈৱকী নন্দন
চৰণে কৰো প্ৰণাম ॥

এই বিভেদ লৈ যদি তেওঁলোক বা তেওঁলোকৰ পাচত গোৰা শিষ্য কিছুমানৰ ভিতৰত মনোমালিন্য ঘটিছিল তাক কোৱা টান। ই আচলতে মতান্তৰ হে মনান্তৰ নহয়। উভয় পন্থৰ ভিতৰৰ এই কাঁটটো কোনে কেতিয়া মেলাইছিল তাক কোৱা টান। মাধৱ-দেৱে দোষী কৰা ভকতক উদাৰ দেৱ দামোদৰ গুৰুৱে স্থান দিয়াটোও এটা কাৰণ হব পাৰে। কিন্তু তাতো সন্দেহৰ থল থকাটো আমি আগতে দেখুৱাইছোঁ। আৰু আন এটা কাৰণৰ কথা কোনো কোনো চৰিতকাৰে উল্লেখ কৰিছে। মাধৱদেৱৰ গুৰুৰ প্ৰতি অচলা ভক্তি আছিল। গুৰুৰ বিষয়ে কাৰো কোনো কথা তেওঁ সহ্য কৰিব নোৱাৰিছিল। তেওঁ গুৰুক কেৱল মহা-পুৰুষ হিচাবে নহয় ঈশ্বৰ সদৃশ জ্ঞান আৰু ভাব কৰি-ছিল; আৰু সেইবাবেই নামঘোষাত :—

তুমি হৰি কৃপাময় বাহিৰত গুৰুৰূপে
অনুগ্ৰহ কৰি আছা মোক।

বুলি গুৰু আৰু ঈশ্বৰক অভেদ কৰি বৰ্ণনা কৰিছে। মাধৱদেৱে দোষ পাই খেদা ভক্তক দেৱ দামোদৰ গুৰুৱে স্থান দিয়া প্ৰসঙ্গত গুৰু চৰিতত আছে:--"মাধৱে দামোদৰৰ কথা শুনি শতধনু ৰাজাৰ কথা তুলিছিল, তেওঁ পুৰাণৰ কথা বুলি মান্য কৰা নাই। (আৰু কৈছিল) আমি ভাগৱত ভিন্ন আন পুৰাণৰ কথা বিশ্বাস নকৰো। ৰত্নাকৰ গ্ৰন্থখান শঙ্কৰদেৱে নানা পুৰাণৰ শ্লোক সংগ্ৰহ কৰি নিৰ্ম্মাণ কৰিছে তাকো নামানিবা নিকি? দামোদৰে উত্তৰ দিছে (যদিও কথাটো মুঠে বিশ্বাস যোগ্য নহয়) ভগৱান চতুৰ্ভুজ ৰূপ ধৰি আহি কলেও কেতিয়াও তাক মানা নহব। দামোদৰৰ অনাদৰিত কথা শুনি মাধৱ নিৰুত্তৰ হল।"

যদি মাধৱদেৱ আৰু দেৱ দামোদৰ গুৰুৰ ভিতৰত কিবা মনোমালিন্য ঘটিছিল তেন্তে ই এটা কাৰণ হব পাৰে কিন্তু শঙ্কৰদেৱৰ শ্ৰাদ্ধৰ সময়ৰ ঘটনা মুঠেই বিশ্বাস যোগ্য নহয় আৰু সি পৰস্পৰ বিৰোধী ঘটনা। দেৱ দামোদৰ গুৰুক হেয় প্ৰতিপন্ন কৰাৰ মতলবেই কিছুমান চৰিতকাৰে এইবোৰ নাভুত নাশ্ৰুত আৰু পৰস্পৰ বিৰোধী কথাৰ সৃষ্টি কৰিছে ভিন্ন আন নহয় আৰু সেইবাবেই আমি তাক মানিবলৈ টান পাইছোঁ।



# শুদ্ধৰণী

| পৃষ্ঠা | শাৰী | হৈছে | হব |
|---|---|---|---|
| ।৵৹ | ৯ | সমিটি | সমিতি |
| ।।৴৹ | ২১ | প্ৰভূৰ | প্ৰভুৰ |
| ১ | ৩ | ভাগৱতী আঙ্ক | ভাগৱতী ধৰ্ম্ম আঙ্ক |
| ১ | ১১ | স্মৃতি | স্মৃতি |
| ২ | ১৬ | হিন্দূ | হিন্দু |
| ২ | ১৯ | স্মৃতি | স্মৃতি |
| ৫ | ১৬ | বিশ্বাসা | বিশেষ |
| ৫ | ২২ | নাখাই | নাযাই |
| ৭ | ২ | চণ্ডালো হলি | চণ্ডালোহপি |
| ৭ | ২০ | অকাটা | অসাৰ |
| ৯ | ৫ | পৰাই | — |
| ১১ | ৯ | শঙ্কৰদেৱে | শঙ্কৰদেৱ |
| ১২ | ৬ | স্পৃশ্যা-স্পৃশ্যৰ | স্পৃশ্যাস্পৃশ্যৰ |
| ১৩ | ৮ | নিকা, সংহতি | নিকা সংহতি, |
| " | ১০ | "বুৰঞ্জীবিবেক ৰত্নত" | "বুৰঞ্জীবিবেক ৰত্ন"ত |
| " | ১৭ | আচাৰত | আচাৰৰ |
| ১৫ | ২ | প্ৰথম | প্ৰথম সংখ্যা |
| ২০ | ৩ | সৃজাম্যহম্ । | সৃজাম্যহম্ ॥ |
| ২১ | ১৭ | গৌত্ৰীয় | গোত্ৰীয় |
| ২৩ | ৬ | মনিকুত | মণিকূট |

| | | | |
|---|---|---|---|
| ২৪ | ৬ | লভিয়া | লভিলা |
| ২৫ | ৫ | 'শঙ্কৰদেৱত' | 'শঙ্কৰদেৱ'ত |
| ২৬ | ৭ | নিৰূপন | নিৰূপণ |
| ২৬ | ১৫ | শঙ্কৰদেৱ | শঙ্কৰদেৱে |
| ২৭ | ১ | নিচিছিল | নিচিনিছিল |
| ২৯ | ২ | ৰিৰাজে | বিৰাজে |
| ৩১ | ৩ | বিশ্ব | বিল্ব |
| ৩১ | ৮ | ভট্রচার্য্যৰ | ভট্টাচাৰ্য্যৰ |
| ৩৩ | ৩ | গন্দগোল | গণ্ডগোল |
| ৩৪ | ১০,১৪,১৭ | মনিকুট | মণিকূট |
| ৩৬ | ১৫ | জয়ভাৰতী | জয়ভাৰতীক |
| ৩৮ | ১৩ | ছোঠ আতা | ছোট আতা |
| ৩৮ | ১৭ | ইয়াত | ইয়াতো |
| ৪০ | ৬ | দামোদৰ | শঙ্কৰ |
| ৪১ | ১৮ | যৎপৰোনাস্তি | যৎপৰোনাস্তি |
| ৪২ | ১৮ | লাক্ৰি কাতকেউ | লাক্ৰি কাটকেট |
| ৫০ | ১২ | কার্ত্তিস্তম্ভ | কীৰ্ত্তিস্তম্ভ |
| ৫৭ | ২১ | ৰামৰায় | ৰাম ৰাম |
| ৫৯ | ৪ | ৰায় | ৰাম |
| ৬৫ | ৮ | দ্বিজভুষণ | দ্বিজভূষণ |
| ৬৭ | ১৮ | টক। | টকা |
| ৬৮ | ২০ | কৰিলাহ'' | কৰিলা ? |
| ৭৭ | ১৮ | গুৰুগীতা | গুৰুলীলা |

| | | | |
|---|---|---|---|
| ৭৯ | ৬ | বলন্ত | বোলন্ত |
| ৮৩ | ১ | ধৰ্ম্ম'': | ধৰ্ম্মঃ'' |
| ৮৫ | ২০ | ভাগৱত | ভাগৱতী |
| ৮৬ | ৪ | ভক্তিৰ | ভক্তৰ |
| ৮৭ | ৩ | শাস্তিৰ | শান্তিৰ |
| ৯৬ | ৬ | গালকপুৰ | গালপুৰ |
| ৯৬ | ৬ | সত্ৰ কৰি | যজ্ঞ কৰি |
| ৯৯ | ১৪ | নান্নাটাৰীত | নান্নাট্টাৰীত |
| ১০৩ | ৭ | ' পৱিত্ৰ অসমত'' | ''পৱিত্ৰ অসম'ত |
| ১০৮ | ৫ | সকলো ৱিলাক | সকলোবিলাক |
| ১০৮ | ১২ | মনে | সমে |
| ১১২ | ১৯ | শ্ৰী | স্ত্ৰী |
| ১১৮ | ১৭ | উপদেশ | উদ্দেশ |
| ১২২ | ২ | প্ৰভূৰে | প্ৰভুৱে |
| ১২২ | ২০ | জনালে | জনালে,— |
| ১২৭ | ৬ | যাপ্য | জাপ্য |
| ১৩০ | ৮ | ১৬। | ১৫। |
| ১৩৬ | ৩ | ৰদি | যদি |
| ১৩৬ | ১১ | ১৫৬০ | ১৪৬০ |
| ১৩৬ | ১৭ | — | পৰা |
| ১৪৬ | ১৯ | মুমিও | মুনিও |
| ১৪৫ | ১ | ভক্তিবিবেতৰ | ভক্তিবিবেকৰ |
| ১৫১ | ২ | প্ৰনয়ণ | প্ৰণয়ন |

| | | | |
|---|---|---|---|
| ১৫২ | ৯ | বুজিবলৈ | বুজিবলৈ |
| ১৬৪ | ১১ | সংসাৰাশক্ত | সংসাৰাসক্ত |
| ১৯১ | ১৪ | মণিকূটৰ | মণিকুটৰ |
| ১৯৬ | ১২ | ৰাণী ৭৭০ | ৰাণী ॥৭৭০ |
| ২০৫ | ১৫ | অন্যান্য সত্ৰৰ | সত্ৰৰ অন্যান্য |
| ২০০ | ৭ | Arobinda | Aurobinda |
| ২১১ | ৩ | শাৰদী। | শাৰদীয় |
| ২১৪ | ৪ | বুজো | বুজে |
| ২১৪ | ১৪ | অনাচৰি | অনাচাৰি |
| ২১৬ | ২ | গুৰু.ক | গুৰুক |
| ২১৭ | ১ | বিদ্বস্মণ্ডলীযে | বিদ্বান্মণ্ডলীয়ে |
| ২১৯ | ৪ | — | নামৈৰ |
| ২২২ | ৭ | নিশ্চয় । ৫৫৯ | নিশ্চয় ॥৫৫৯ |
| ২২৯ | ২২ | আমি | আসি |
| ২৩১ | ১ | inciated | initiated |
| ২৩৯ | ১ | গৃহ | গৃহে |
| ২৪৩ | ৩ | অলোকিক | অলৌকিক |
| ২৪৩ | ১০ | মন | মান |
| ২৫৭ | ১১ | জয়ধ্বজ | জয়ধ্বজ সিংহ |
| ২৬৩ | ১৮ | সত্ৰ | সত্ৰত |
| ২৭১ | ১২ | শিলডুণ্ডী | শিলডুভী |
| ২৮৫ | ১ | শাস্ত্ৰমাশ্ৰিত্যান কৰ্ত্তব্যো | শাস্ত্ৰমাশ্ৰিত্য নকৰ্ত্তব্যো |